সোঁৱৰণী

# কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ

অধ্যাপক শ্ৰীডিম্বেশ্বৰ শৰ্মা এম,এ,




পূৰ্বশ্ৰী প্ৰকাশন
যোৰহাট

• *Sounwarani : Karmapran Hariprasad Neog, brief life sketch written by Sri Dimbeswar Sarmah M.A, and published by Sri Siba Prasad Baruah, Jorhat.*

• সোঁৱৰণী :
কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ

• প্ৰথম প্ৰকাশ :
মাৰ্চ, ১৯৭৮

• গ্ৰন্থকাৰ :
শ্ৰীডিম্বেশ্বৰ শৰ্মা, এম,এ,

• প্ৰকাশক :
শ্ৰীশিৱপ্ৰসাদ বৰুৱা, বি,এ, এল,এল বি,

• মূল্য : দহ টকা

• পূৰ্বশ্ৰী প্ৰিণ্টাৰ্ছ : যোৰহাট

## উৎসৰ্গা পত্ৰ

আদৰ্শ আৰু অনুপ্ৰেৰণাৰ বাবে
দেশৰ উঠি অহা পুৰুষৰ হাতত
স্নেহ আৰু শুভেচ্ছাৰে—

শ্ৰীশিৱপ্ৰসাদ বৰুৱা
প্ৰকাশক

শ্ৰীডিম্বেশ্বৰ শৰ্মা
লেখক
২৬।৩।৭৮

# প্ৰকাশকৰ একেষাৰ

স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ লগত মোৰ গুৰু-ছাত্ৰৰ সম্বন্ধ আৰু সেয়ে পিচলৈ আত্মীয়তালৈ ৰূপান্তৰিত হৈছিল। নেওগ ডাঙৰীয়া আছিল অতি সমাজপ্ৰাণ জনপ্ৰিয় নেতা, অদ্বিতীয় সংগঠক, অতুলনীয় ব্যক্তিত্বসম্পন্ন সমাজ-গুৰনি, সুকোমল আৰু প্ৰতিশ্ৰুতিৰ প্ৰতীক তথা অসমীয়া জাতি-সমাজ-সংস্কৃতি-ভাষা-সাহিত্যিক মনে প্ৰাণে লীন পোৱা ব্যক্তি। এনেজন সৰ্বৰহী আৰু স্বদেশানুৰাগী লোকৰ অকাল বিয়োগত সমগ্ৰ অসমবাসী বাইজ বিশেষকৈ বুদ্ধিজীৱি আৰু গুৰু-ছাত্ৰ মৰ্মাহত হোৱা প্ৰতিচ্ছবিক সম্মান জনাই আৰু স্বামীহাৰা পত্নী, পিতৃহাৰা কন কন ল'ৰা-ছোৱালী কেইটিক জীয়াই থকাৰ প্ৰেৰণা দিবলৈ আৰু নতুন পুৰুষৰ মাজত শ্ৰদ্ধেয় নেওগৰ কৰ্মপ্ৰেৰণা আৰু আদৰ্শ জীয়াই ৰখাৰ উদ্দেশ্যে বন্ধুবৰ শ্ৰীদুৰ্গা শইকীয়াৰ লগত আলোচনা কৰি জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীডিম্বেশ্বৰ শৰ্মাদেৱক জীৱনী পুথি এখনি যুগুত কৰি দিবৰ বাবে অনুৰোধ জনাইছিলো— মৃত্যুৰ ঠিক কেই-দিনমানৰ পিচতেই। শ্ৰদ্ধেয় শৰ্মাদেৱে আমাৰ অনুৰোধ ৰক্ষা কৰি যথেষ্ট কষ্টেৰে নানা ঠাই আৰু ব্যক্তিৰপৰা সমল সংগ্ৰহ কৰি "সোঁৱৰণী: কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ" গ্ৰন্থখনি যুগুতাই দিয়াত আমি তেখেতক কৃতজ্ঞতা জ্ঞাপন কৰিলো। যোৰহাট সাহিত্য সভাৰ ২৬ ৩-৭৮ তাৰিখৰ বাৰ্ষিক অধিৱেশনত গ্ৰন্থখনি উন্মোচনৰ সুবিধা দিয়াত কাৰ্য-নিৰ্বাহক সমিতিক ধন্যবাদ জনালোঁ।

গ্ৰন্থখনিয়ে শ্ৰদ্ধেয় নেওগৰ গুণগ্ৰাহী বন্ধু-বান্ধৱ তথা বাইজৰ সমাদৰ লাভ কৰিলে নেওগৰ স্মৃতি ৰক্ষাৰ বাবে আমাৰ সৰু প্ৰচেষ্টা ফলৱতী হ'ব। আমি আশা ৰাখিছোঁ স্বৰ্গীয় নেওগৰ স্মৃতি জীয়াই ৰাখিবৰ বাবে তেখেতৰ গুণগ্ৰাহী বন্ধু-বান্ধৱ তথা সুধীসমাজে অধিক গুৰুত্ব আৰোপ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিব। ইতি—

তৰাজান, শ্ৰীশিৱপ্ৰসাদ বৰুৱা

যোৰহাট-১ ২৫-৩-৭৮

# লেখকৰ কথা

কৰ্মবীৰ কৰ্মপ্ৰাণ স্বৰূপ সেইজন হৰিপ্ৰসাদ নেওগৰ লগত এই লেখকৰ পাহৰিব নোৱাৰা ছাত্ৰ জীৱনৰেপৰা পৰিচয়। নেওগ এই লেখকতকৈ বয়সত অলপ সৰু আছিল। নেওগৰ যে জীৱনী এখন এই লেখকে লিখিব লাগিব সি এদিন সপোনৰো অগোচৰ কথা আছিল। নিয়তীৰ কি নিষ্ঠুৰ বিধান! সেয়ে এদিন বাস্তৱত পৰিণত হৈছে। নেওগৰ জীৱনী এখনি লেখাৰ প্ৰয়োজনীয়তাৰ কথা নেওগৰ অকাল বিয়োগৰ পাছত অৱশ্যেই ভাবিবলৈ বাধ্যত পৰা হ'ল। নেওগৰ বিষয়ে নেওগৰ মৃত্যুৰ আগে-পাছে সাধু মন্তব্য কৰি লেখকৰ অন্তৰত সাচ বহুৱা কেইজনমান বিজ্ঞলোকৰ কথা এইখিনিতে মনত পৰিছে। সেইসকলৰ ভিতৰত আছে অসম সাহিত্য সভাৰ দুজন প্ৰাজ্ঞ প্ৰাক্তন সভাপতি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীআনন্দচন্দ্ৰ বৰুৱা আৰু যোৰহাটৰ তিনিজন প্ৰাজ্ঞলোক শ্ৰীদেবেশ্বৰ শৰ্মা, শ্ৰীমোহনচন্দ্ৰ মহন্ত আৰু শ্ৰীৰাধানাথ হাজৰিকা। এইসকল লোক বয়সত ৺নেওগৰ পিতৃ স্থানীয়—কিন্তু তেখেতসকলে এই লেখকৰ আগত নেওগৰ অক্লান্ত সাহিত্য সেৱা আৰু লিখনি চৰিত্ৰক ভূয়সী প্ৰশংসা কৰে। নেওগৰ জীৱনীখন লেখোঁতে এইসকল পিতৃস্থানীয়লোকৰ সাধু মন্তব্যই নিশ্চয় প্ৰেৰণা যোগাইছে। পিতামহ প্ৰতিম বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াই ৯৭ বছৰ বয়সতো আমাৰ কিবা গ্ৰন্থ প্ৰবন্ধাদিত তেখেতৰ কথা উল্লেখ থাকিলে বৰ আগ্ৰহেৰে পঢ়াই শুনিছিল আৰু সেই প্ৰসঙ্গত নানা আপুৰুগীয়া কথা কৈ লেখকৰ জ্ঞান-সমৃদ্ধ কৰিছিল। 'ককা'ৰ প্ৰিয়ভাজন 'কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ' গ্ৰন্থত ককাৰ কথা কেবাঠাইটো উল্লেখ আছে আৰু গ্ৰন্থত ককাৰ এখন ছবিও দিয়া হৈছে—কিন্তু নিয়তীৰ নিষ্ঠুৰ বিধানত ককাই আৰু এই গ্ৰন্থ দেখিবলৈ নাপালে।

এই গ্ৰন্থখনি লেখিবলৈ আমাক কাৰ্যকৰীভাৱে উৎসাহ দিয়ে যোৰহাটৰ পূৰ্বশ্ৰী প্ৰকাশনৰ সাহিত্যপ্ৰেমী, গুণগ্ৰাহী আৰু উদ্যোগী স্বত্বাধিকাৰী

শ্ৰীশিৱপ্ৰসাদ বৰুৱাই। বৰুৱাই প্ৰকাশ কৰাৰ আগতীয়া কাৰ্যকৰী আধাৰ এটি নিদিয়া হ'লে হয়তো গ্ৰন্থখনি লেখাই নহ'লহেঁতেন। তৰুণ উদ্যোগী শ্ৰীবৰুৱাৰ পূৰ্বশ্ৰী প্ৰকাশনৰ আশু উন্নতি কামনা কৰিলো। গ্ৰন্থখনি ছাপাখানাৰ বাবে বহুকষ্টে নকল কৰি দি সহায় কৰাৰ বাবে শ্ৰীহেম শইকীয়া আৰু শ্ৰীদুৰ্গা শইকীয়ালৈ আন্তৰিক শলাগ জনালো। অসম সাহিত্য সভাৰ কাৰ্যালয় সচিব শ্ৰীনন্দ বৰদলৈ আৰু কাৰ্যালয় সহকাৰী শ্ৰীহেম শইকীয়া ধন্যবাদৰ পাত্ৰ। যি সকলে এই গ্ৰন্থৰ বাবে নানা সম্বল দি সহায় কৰিছে আৰু যিসকলৰ ৰচনাৰ উদ্ধৃতি প্ৰসঙ্গ স্থান দিয়া হৈছে—সেইসকলৰ নাম সংশ্লিষ্ট বিষয়তে সন্নিবিষ্ট হৈ থকাৰ বাবে আগকথাত সেইসকলৰ নাম বেলেগে উল্লেখ নকৰিলো। সেই সকলোলৈকে আৰু গ্ৰন্থখনিৰ বিষয়ে সততে খা-খবৰ লৈ থাকি আমাৰ উৎসাহ দি থকা সকলোলৈকো আন্তৰিক কৃতজ্ঞতা জনালো। নেওগৰ বিষয়ে বিশিষ্ট লেখক লেখিকাসকলে বিভিন্ন আলোচনী, বাতৰি কাকতত লেখা প্ৰবন্ধ, কবিতাসমূহ সংগ্ৰহ কৰি ৰখা হৈছে। এইখিনি বেলেগ এখনি গ্ৰন্থ আকাৰে সম্পাদনা কৰি উলিয়াবলৈ মনস্থ কৰিছো। নেওগৰ ৰচিত প্ৰবন্ধসমূহৰো এটি সংকলন প্ৰকাশৰ অভিপ্ৰায় আছে। 'কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ' গ্ৰন্থখনিয়ে ৰাইজৰপৰা আশানুৰূপ সহাৰি পালে এই দুখনি গ্ৰন্থও প্ৰকাশৰ বাটত আগবাঢ়িবলৈ নিশ্চয় প্ৰেৰণা লাভ কৰিমহঁক।

নেওগৰ অনুজ প্ৰতিম ঘনিষ্ঠ সহযোগী শ্ৰীনগেন শইকীয়াৰ লগত আলোচনা কৰি গ্ৰন্থখনিৰ নাম 'কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ' ৰখা হৈছে। যোৱা ১৯ ফেব্ৰুৱাৰীত যোৰহাট সাহিত্য সভাই আয়োজন কৰা ৺নেওগৰ স্মৃতি-দিৱসৰ সভা এই লেখকৰ সভাপতিত্বত বহে। উক্ত সভাতে শ্ৰীদুৰ্গা শইকীয়াই ডাঙি ধৰা আৰু শ্ৰীভৱ গোস্বামীয়ে সমৰ্থন কৰা এটি সৰ্বসম্মত আৰু সুলিখিত প্ৰস্তাৱযোগে হৰিপ্ৰসাদ নেওগৰ নামৰ আগত সন্মানসূচক 'কৰ্মপ্ৰাণ' বিভূষণ দান কৰা

হয়। উক্ত সভাতে কথা সাহিত্যক ড° লক্ষীনন্দন বৰাই কৈছিল- 'নেওগৰ জীৱন চৰিত্ৰখনি ব্যক্তিগত জীৱনৰ কাৰ্যতালিকা নহৈ সামাজিক পটভূমিত সজোৱা সমাজ-জীৱন-চিত্ৰ হ'ব লাগে। হৰিপ্ৰসাদ নেওগৰ জীৱনীখনি লেখোতে এই বলাক প্ৰাজ্ঞ পৰামৰ্শ মনত ৰখা হৈছে। আৰু সেয়েহে নেওগৰ ছাত্ৰ জীৱনৰ কথা লেখোতে তেওঁৰ সময়ৰ ছাত্ৰ চেতনাৰ আৰু তেওঁৰ সংস্পৰ্শত অহা প্ৰখ্যাত-অখ্যাত লোকসকলৰ কথাও স্থান দিয়া হৈছে। এজন আদৰ্শ, চৰিত্ৰবান, সাহিত্য-সংস্কৃতি-প্ৰেমী ছাত্ৰস্বৰূপে যাতে উঠি অহা পুৰুষে হৰিপ্ৰসাদ নেওগৰ ছাত্ৰ জীৱনৰপৰা প্ৰেৰণা পাব পাৰে তাৰ প্ৰতি চকু ৰখা হৈছে। সেয়েহে নেওগৰ সম্পাদনাত ওলোৱা হাতে লিখা শ্ৰেণী আলোচনীৰ কথাও বিতংভাৱেই দিয়া হৈছে। 'জুইশালত গঢ়িলেহে যে কমাৰ-শালত গঢ়িব পাৰি'—এই উক্তিৰ সাৰ্থকতা উঠি অহা পুৰুষে হৰিপ্ৰসাদ নেওগৰ ছাত্ৰ জীৱনত (বিশেষকৈ পঢ়াশলীয়া ছাত্ৰ জীৱনত) নিশ্চয় দেখা পাব। হৰিপ্ৰসাদ নেওগ যি দহবছৰ কাল অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল সেই দহবছৰত অসম সাহিত্য সভাৰ ইতিহাস অলপ বিতংভাৱেই দিয়া হৈছে—বিশেষকৈ বেজবৰুৱা শত-বাৰ্ষিকীৰ কথা। উঠি অহা পুৰুষে যাতে নেওগৰ জীৱনীৰ সম্পৰ্ক অসমৰ সৰ্বশ্ৰেষ্ঠ সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান অসম সাহিত্য সভাৰ কাৰ্য-কলাপৰ বিষয়েও কিছু কথা জানিব পাৰে আৰু এই মহান অনুষ্ঠানৰ প্ৰতি আগ্ৰহান্বিত হয় তাৰ প্ৰতি বিশেষভাৱে চকু ৰখা হৈছে। নেওগৰ ৰচিত আৰু সম্পাদিত গ্ৰন্থ আৰু আলোচনী কেইখনিৰ একোটি পৰিচয় এই গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। উক্ত পৰিচয়ৰ লগতে নেওগৰ ৰচনাৰ আহি কিছুও দিয়া হৈছে আৰু উঠি অহা পুৰুষ উপকৃত হোৱাৰ বাবে গ্ৰন্থৰ বিষয়-বস্তুৰ আভাস আৰু সম্পাদিত গ্ৰন্থকেইখনিত সন্নিবিষ্ট অন্য কৃতী লেখক দুই একৰ ৰচনাৰ আৰ্হিও দিয়া হৈছে। নেওগৰ সম্পাদনাৰ কৃতিত্ব ফুটাই তোলা আৰু গ্ৰন্থত আলোচ্য বৰেণ্য সাহিত্যিক গৰাকীৰ 'ভাবমূৰ্তি এটিও এইখন গ্ৰন্থ

পাঠকৰ আগত দাঙি ধৰা— এই দুই উদ্দেশ্যে এনে উদ্ধৃতি দিয়া হৈছে গ্ৰন্থৰ কলেৱৰ অযথা বৃদ্ধি কৰিবৰ অভিপ্ৰায় নহয়।
এজন নিষ্ঠাবান আৰু চৰিত্ৰবান অক্লান্ত সাহিত্যসেৱীৰ অকাল মৃত্যুত অসমীয়া ৰাইজে কিমান ব্যাপকভাৱে আৰু আন্তৰিকভাৱে শোক প্ৰকাশ কৰিছিল। সেই চিত্ৰ পোৱা যাব 'নেওগৰ মৃত্যু আৰু শোক' অধ্যায়ত। কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগ 'এই লেখকৰ দ্বিতীয় সম্পূৰ্ণাংগ জীৱনী গ্ৰন্থ'. লেখকৰ প্ৰথমখনি সম্পূৰ্ণাংগ জীৱনীগ্ৰন্থ 'সাহিত্যৰথী চন্দ্ৰধৰ বৰুৱা' (মূল্য ৫'৫০ টকা) ১৯৭৫ চনত সাহিত্যৰথী বৰুৱাদেৱৰ জন্ম শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই প্ৰকাশ কৰে। এইখনি গ্ৰন্থৰ বাবে সুধী সাহিত্যিকসকলৰ পৰা যি উৎসাহ উদগনি পোৱা হ'ল তাৰফলস্বৰূপেই এই দ্বিতীয় জীৱনী গ্ৰন্থখন আগবঢ়োৱা হ'ল।

গ্ৰন্থখনি চকু ফুৰাই প্ৰকাশৰ বাবে উৎসাহ দিয়াৰ বাবে অসম সাহিত্য সভাৰ সভাপতি কথা সাহিত্যৰ যাদুকৰ চৈয়দ আব্দুল মালিক ডাঙৰীয়ালৈ কৃতজ্ঞতা জনালো।

আমাৰ অনিচ্ছাকৃত ভুল-ক্ৰটীৰ বাবে সাহিত্যপ্ৰেমী পঢ়ুৱৈ ৰাইজে যেন ক্ষমা কৰে। গ্ৰন্থখনত জন্ম আৰু বংশ পৰিচয় শিতানটি আচলতে ২ পৃষ্ঠাতেই শেষ হ'ল। ভুলবশতঃ ৩১ পৃষ্ঠা পৰ্যন্ত এই শিৰোনাম ছপা হৈছে। ইয়াৰ বাহিৰেও যি ভুলক্ৰটী, আগ-পিছা আদি হৈছে তাৰ বাবে সুধী সমাজে ক্ষমা কৰে যেন। ৰাইজে যদি গ্ৰন্থখনি সমাদৰ কৰে চাই লেখক আৰু প্ৰকাশকক উৎসাহ দিয়ে, দ্বিতীয় সংস্কৰণত গ্ৰন্থখনি উন্নত পৰ্য্যায়ৰ কৰিবৰ বাবে যত্নৰ ক্ৰটী কৰা নহব।

ৰাইজৰ সেৱা প্ৰাৰ্থী

শ্ৰীডিম্বেশ্বৰ শৰ্মা,

২১।৩।৭৮ অধ্যাপক, জগন্নাথ বৰুৱা মহা বিদ্যালয়

যোৰহাট

# পৰিচিতি

## জন্ম আৰু বংশ পৰিচয়

ব্যক্তিত্ব, চৰিত্ৰবল, উদ্যোগ, উৎসাহ, উচ্চ চিন্তা আৰু সততে কৰ্মতৎপৰতাৰ বাবে হাজাৰ জনৰ মাজত জিলিকি থকা আৰু সম-সাময়িকসকলৰ মাজত প্ৰীতি আৰু শ্ৰদ্ধাৰ আসন এখন অধিকাৰ কৰি থকা ওখ-পাখ শৰীৰৰ সুন্দৰ নাম আৰু কামৰ হৰিপ্ৰসাদ নেওগ এটি স্মৰণীয় নাম।

নেওগৰ জন্ম হৈছিল ১৯২৯ চনৰ জানুৱাৰী মাহত যোৰহাটৰ কেন্দুগুৰি অঞ্চলৰ ২নং বামুণ গাওঁৰ জানপৰীয়া চুবুৰীত। নেওগ পৰিয়ালটি তিনিপুৰুষৰ আগৰপৰা এই ঠাইত স্থায়ীভাৱে বাস কৰিছিল। নেওগৰ ককাদেউতাক সভাৰাম নেওগ ওচৰৰে কলা-সংস্কৃতি আৰু বৈষ্ণৱ ধৰ্মৰ একান্ত সাধক সাউদকুছি সত্ৰৰ এজন একান্ত ভক্ত আছিল। সভা শুৱনি পুৰুষ সভাৰাম নেওগে নিজৰ ব্যক্তিত্ব আৰু কৰ্ম নিপুনতাৰ বাবে গাওঁবুঢ়াৰ পদ পাইছিল। তেওঁ ওচৰৰে মণিৰাম বৰটেকেলাৰ বংশৰ ভদিৰাম বৰাৰ কন্যা এগৰাকী বিয়া কৰাই কিছু মাটি সম্পত্তিৰো অধিকাৰ পাইছিল। সভাৰাম নেওগৰ তিনিজন গুণীপুত্ৰ ক্ৰমান্বয়ে পোৱাল চন্দ্ৰ নেওগ, বীনেশ্বৰ নেওগ, বি-এ, আৰু শ্ৰীঅম্বেশ্বৰ নেওগ। তৃতীয় পুত্ৰ শ্ৰীঅম্বেশ্বৰ নেওগে এতিয়াও গাওঁবুঢ়া পদ ভোগ কৰি আছে আৰু শ্ৰীনেওগ সদৌ অসম গাওঁবুঢ়া সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাতা আৰু প্ৰথম সম্পাদক আছিল।

সত্যাৰাম নেওগৰ কন্যা কেইগৰাকী—শ্ৰীমতী ঝিলিমিলি ( আইকন ), শ্ৰীমতী লীলাৱতী বৰা আৰু ৺ঘনকান্তি শইকীয়া, বি-এ। হৰিপ্ৰসাদ নেওগৰ সহকৰ্মী পেহীয়েক ঘনকান্তি শইকীয়া, কেন্দুগুৰি সৰোজিনী দেৱী উচ্চ বালিকা বিদ্যালয়ৰ প্ৰতিষ্ঠাতা শিক্ষয়িত্ৰী আৰু সহকাৰী প্ৰধান শিক্ষয়িত্ৰী আছিল।

৺নেওগৰ পিতৃ পোৱাল চন্দ্ৰ নেওগ একজন ওখ-ডাঙৰ সভা গুৱনী পুৰুষ আৰু ব্যক্তিত্বসম্পন্ন, সদালাপী আৰু সমাজ-সংস্কৃতিপ্ৰিয় লোক। তেওঁ ৫ কিলোমিটাৰ দূৰৰ যোৰহাট নগৰৰ ৪নং নৰ্মাল অভ্যসন মধ্য অসমীয়া বিদ্যালয়ৰপৰা ( খোজকাঢ়ি অহা-যোৱা কৰি ) শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ নৰ্মাল স্কুলতে প্ৰশিক্ষণ লৈ সুদীৰ্ঘকাল প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰে। তেওঁ প্ৰথমতে ৭ কিলোমিটাৰ দূৰত্বত বঙালপুখুৰী প্ৰাথমিক বিদ্যালয়ত খোজকাঢ়ি অহা-যোৱা কৰি শিক্ষকতা কৰে আৰু পাছত ঘৰৰ ওচৰতে মাজগাওঁ প্ৰাথমিক বিদ্যালয়ত প্ৰথমতে সহকাৰী শিক্ষকতা আৰু পাছত বহু বছৰ ধৰি প্ৰধান শিক্ষকতা কৰে। সেই কালত প্ৰাথমিক শিক্ষকৰ মাহিলি দৰমহা আছিল ১২.০০ টকা। স্কুল পৰিদৰ্শকসকলে স্কুল পৰিদৰ্শন কৰি ভাল পালে শিক্ষকজনক এটি সৰু আৰ্থিক বঁটা দিয়াৰ নিয়ম আছিল আৰু পোৱাল চন্দ্ৰ নেওগে এনে বঁটা কেবাবাৰো পাইছিল। মিষ্টভাষী, হাস্যৰস প্ৰিয়, বিদ্যোৎসাহী আৰু আদৰ্শ প্ৰকৃতিৰ এইজন শিক্ষকৰ নাম-যশ বৈ-বৈ গৈছিল। অৱশ্যে ইয়াৰ মাজতে কেতিয়াবা তেওঁৰ উগ্ৰ প্ৰকৃতি এটাও প্ৰকাশ পাইছিল, যিটো শিক্ষকৰ কাৰণে এটি প্ৰয়োজনীয় গুণৰ ভিতৰতে পৰে। অঞ্চলটোৰ একজন ব্যক্তিত্বসম্পন্ন আৰু বিচাৰ-বুদ্ধিসম্পন্ন লোকহিচাপে তেওঁ যোৰহাট জজ্ কৰ্টৰ 'জুৰি' ৰ সদস্যহিচাপে স্থান পাইছিল আৰু মাজে মাজে জজৰ নিমন্ত্ৰণ গ্ৰহণ কৰি 'জুৰি'ত বহিছিলহি। হৰিপ্ৰসাদ নেওগৰ মাতৃ পুণ্যৱতী আৰু চৰিত্ৰৱতী মহিলা নেওগ আছিল থঙ্গিয়া মৌজাৰ সোনাৰাম বৰাৰ একমাত্ৰ কন্যা।



স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ পিতৃ ৺গোপাল চন্দ্ৰ নেওগ

## মাতৃ বিয়োগ

হৰিপ্ৰসাদ নেওগৰ তিনিবছৰ বয়সতে মাতৃ ৰহিলা নেওগে তিনিটি আমা-ডিমা ল'ৰা-ছোৱালী এৰি পৰলোক গমন কৰে। ৺নেওগৰ এক-মাত্ৰ ককাযেক শ্ৰীফণীধৰ নেওগ এজন সৰল নিৰ্জু স্বভাৱৰ লোক। তেওঁ সুদীৰ্ঘকাল প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকতা কৰি আছে। ৺নেওগৰ বাইদেৱেক শ্ৰীমতী মাকন ৰৰাক কম বয়সতে একে গাৱঁতে বিয়া দিয়া হৈছিল, এতিয়া তেওঁ বিধবা। এই তিনিটি ল'ৰা-ছোৱালীৰ বয়স ৮ বছৰৰপৰা ৩ বছৰৰ ভিতৰত থাকোঁতেই পত্নীয়ে পৰলোক গমন কৰাত পোৱাল চন্দ্ৰ নেওগে দ্বিতীয়বাৰ দাৰ গ্ৰহণ নকৰিলে। তেতিয়াৰ দিনত মানুহে ল'ৰা-ছোৱালী যিমানে সৰহকৈ হয় সিমানেই ভাল পাইছিল আৰু পত্নী বিয়োগৰ পাছত দ্বিতীয়-তৃতীয়বাৰো বিবাহ পাশত আৱদ্ধ হোৱাটো অতি সাধাৰণ কথা আছিল। কিন্তু পোৱাল চন্দ্ৰ নেওগ বেলেগ ধাতুৰে গঢ়া লোক আছিল। তেওঁ দেখাক দেখি বাট নুবুলিছিল আৰু অনেক টানি কোৱা সত্বেও দ্বিতীয়বাৰ দাৰ পৰিগ্ৰহণ নকৰিলে। সাধ্বী পত্নীৰ অকাল মৃত্যুত চকুলো টুকি তিনিটি আমা-ডিমা ল'ৰা-ছোৱালী বুকুত লৈ পোৱাল নেওগে ভগৱানক চিন্তি নতুন কষ্টকৰ জীৱন আৰম্ভ কৰিলে। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকতাৰ উপাৰ্জনেৰে পৰিয়াল ভৰণ-পোষণ কৰি ল'ৰা-ছোৱালীক উচ্চশিক্ষা দিয়াটো টান কথা। মাটি-বাৰী অলপ আছিল; নিজে খেতি কাৰ কেতিয়াবা বছৰ দিন খাইছিল, কেতিয়াবা দুই এমাহ কিনি খাইছিল। এইদৰে ডাঙৰ ল'ৰা শ্ৰীফণীধৰ নেওগক উচ্চ ইংৰাজী বিদ্যালয়ত ৭ম শ্ৰেণীলৈ পঢ়ুৱালে। তেওঁ এতিয়া প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক। একমাত্ৰ ছোৱালী মাকনকো কম বয়সতে বিয়া দিলে। অতি মৰমৰ সৰুটি ল'ৰা বুবুকণ (হৰিপ্ৰসাদ নেওগ)ৰ কথা কিন্তু একেবাৰেই বেলেগ। তেওঁ ত্যাগী বিদ্যোৎসাহী,

চৰিত্ৰৱান আৰু উচ্চাকাংক্ষী প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকজনৰ এক মহিমামণ্ডিত পিতৃৰ স্থানত অধিষ্ঠিত কৰি এদিন ভোটা তৰাৰ দৰে উজলি উঠিল।

## হৰিপ্ৰসাদৰ বাল্যকাল আৰু স্কুলীয়া ছাত্ৰজীৱন

মাতৃহাৰা শিশু হৰিপ্ৰসাদ ব্যক্তিত্বসম্পন্ন আৰু চৰিত্ৰৱান পিতৃদেৱেকৰ তত্বাৱধানত ডাঙৰ-দীঘল হৈ সকৰেপৰা এক বিৰল চৰিত্ৰ আৰু ব্যক্তিত্বৰ অধিকাৰী হ'ব পাৰিছিল। তেওঁ দেউতাকৰ লগত ওচৰৰ মাজগাঁৱৰ প্ৰাথমিক বিদ্যালয়লৈ অহা-যোৱা কৰি ১৯৩৯ চনত উক্ত বিদ্যালয়ৰ পঢ়া শেষ কৰি যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত প্ৰৱেশ কৰে। চৰকাৰী উচ্চ বিদ্যালয়ত স্থান পোৱাই টান—কেবাশ ল'ৰাৰ মাজৰপৰা মাত্ৰ ৬০ জনকহে পৰীক্ষাৰ যোগেদি বাছি লয়। হৰিপ্ৰসাদ নেওগ মজলীয়া বিধৰ ছাত্ৰ আছিল; চৰকাৰী উচ্চ বিদ্যালয়ত অৱশ্যে পৰীক্ষাত উত্তীৰ্ণ হৈ স্থান পালে আৰু অহাই যোৱাই ১০ কিলোমিটাৰকৈ দিনে খোজকাঢ়ি ৮ বছৰ তাতেই পঢ়ি ১৯৪৭ চনত প্ৰৱেশিকাৰ দেওনাত ক'তো নোযোৱাকৈ পাৰহৈ গ'ল। পঢ়াত মধ্যমীয়া আছিল যদিও এটা বিষয়ত কিন্তু তেওঁ সকলো ছাত্ৰৰ ভিতৰত আগৰণুৱা আছিল—সেয়ে হৈছে সাহিত্য চৰ্চা। সেই কালত যোৰহাট চৰকাৰী বিদ্যালয়ত স্বনামধন্য ভিম্বেশ্বৰ নেওগ ভোবেশ্বৰ ঠাকুৰ, লক্ষেশ্বৰ শৰ্মাবৰুৱা, তাৰানাথ বৰপূজাৰী কাব্যবিনোদ, শ্ৰীবোধেশ্বৰ শৰ্মা, শ্ৰীমুক্তিনাথ শৰ্মাবৰদলৈ আদি সাহিত্যসেৱী শিক্ষকসকল আছিল। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত ডাঙৰীয়া সেই সময়ত যোৰহাট চৰকাৰী বিদ্যালয়ৰপৰা যোৰহাট প্ৰশিক্ষণ বিদ্যালয়লৈ [ নৰ্মাল স্কুল ] বদলি হৈ গৈছিল। কৃতী প্ৰধান শিক্ষক জেহিৰুদ্দিন আহমদ একালে যেনেকৈ দক্ষ প্ৰশাসক আছিল, আন কালে

আছিল ক্ৰীড়া আৰু সাহিত্যপ্ৰেমী। হৰিপ্ৰসাদ নেওগে বৰ্তমানত পঢ়ি থাকোঁতেই এইজনা কৃতী প্ৰধান শিক্ষকে অৱসৰ লয় আৰু সাহিত্য-সেৱী প্ৰধান শিক্ষক লক্ষেশ্বৰ শৰ্মাবৰুৱাই দায়িত্ব লয়।

## 'বালক', 'বৰ্ষা', আৰু 'গজালি'ৰ সম্পাদক হৰিপ্ৰসাদ নেওগ

এই সকল সাহিত্যপ্ৰেমী শিক্ষকৰপৰা প্ৰেৰণা লাভ কৰি ৺নেওগ উচ্চ ইংৰাজী বিদ্যালয়ৰ তৃতীয়মান (তেতিয়াৰ Class III) ত পঢ়ি থকাৰপৰাই সাহিত্য চৰ্চা আৰম্ভ কৰে। তেতিয়া নেওগৰ বয়স ১০ বছৰ। তেতিয়াৰ তেওঁৰ সহপাঠী (বৰ্তমান উচ্চ ন্যায়ালয়ৰ অধিবক্তা আৰু এজন প্ৰবন্ধকাৰ) শ্ৰীপাচুগোপাল বৰুৱাৰপৰা জনা যায় যে নেওগৰ সম্পাদনাত ওলোৱা প্ৰথম হাতেলিখা আলোচনী-খনৰ নাম আছিল 'বালক'। তেতিয়া যোৰহাট চৰকাৰী উচ্চ বিদ্যা-লয়ৰ ছপা মুখপত্ৰ 'জেউতি'ৰ উপৰিও সাহিত্যপ্ৰেমী শিক্ষকসকলৰ উদগনিত প্ৰতিটি শ্ৰেণীৰ প্ৰতিটি শাখাৰপৰাই একোখনি হাতেলিখা আলোচনী ওলাইছিল আৰু এই আলোচনীসমূহেই আছিল সাহি-ত্যিক জীৱনৰ প্ৰতিশ্ৰুতি লৈ অহা বহুতো সাহিত্যসেৱী ছাত্ৰৰ সাহিত্য চৰ্চাৰ কঠিয়াতলিস্বৰূপ। হৰিপ্ৰসাদ নেওগৰো প্ৰবন্ধ-কবিতা লিখা আৰু আলোচনীৰ সম্পাদনা কৰা আৰম্ভ হয় এই দহ বছৰ বয়সতে 'বালক' নামৰ হাতেলিখা আলোচনীৰ যোগেদিয়েই। তিনিবছৰ কাল 'বালক'ৰ লালন-পালন কৰি নেওগ ১৯৪২ চনত ষষ্ঠ শ্ৰেণী পালেগৈ আৰু এইবছৰত তেওঁ 'বৰ্ষা' নামেৰে শ্ৰেণীৰ হাতে-লিখা আলোচনীখনিৰ সম্পাদক হয়। 'বৰ্ষা'ৰ বাবে প্ৰবন্ধ-কবিতা লিখিবলৈ সহপাঠীসকলক সততে উদগনি দিয়া, নিজেও কবিতা আৰু নিবন্ধ লিখা, সেইবোৰ সুযোগ্য শিক্ষকৰদ্বাৰা শুধৰাই লৈ 'বৰ্ষা'ত স্থান দিয়াৰ উপৰোগী কৰিতোলা, ভাল হাতৰ আখৰৰ সহপাঠী

এজনৰ হতুৱাই এইখিনি বৰ্ষাত লিখোৱা বা নিজে লিখা, ছবি আঁকোৱা আদি দৈনন্দিন পঢ়াশুনাৰ উপৰিও বৰ্ষাৰ সম্পাদক নেওগ আছিল সততে ব্যস্ত। যিকোনো কাম নিয়াৰিকৈ আৰু পৰিপাটিকৈ কৰা আৰু সৰুৱেই হওক বা ডাঙৰেই হওক কামটো শেষ নহয়মানে নেৰানেপেৰাকৈ লাগি থকা অভ্যাস, এই বিষয়টো নেওগৰ চৰিত্ৰত স্পষ্টভাৱে প্ৰকাশ পাইছিল। সেয়েহে তেওঁ সমনীয়া ছাত্ৰসকলৰ মাজত স্বাভাৱিকতে নেতা হ'ব পাৰিছিল। মৃত্যুৰ সময়লৈকে নেওগে এই স্বভাৱ অটুত ৰাখি নিজৰ চুটি জীৱনতে বহুতো চকুত লগা ভাল কাম কৰি যাব পাৰিলে। 'যি লাই বাঢ়িব দুপতীয়াতে চিন' এই নীতি বাক্যটি নেওগৰ জীৱনত সফল হোৱা দেখা যায়।

এই গ্ৰন্থ লিখি থাকোঁতেই ১৯৪২ চনত ওলোৱা হাতেলিখা 'বৰ্ষা'ৰ এটি উৱলি যোৱা সংখ্যা আমাৰ হাতত পৰাত তাৰ চমু বিৱৰণি এটি তলত দিলোঁ।

১৯৪২ চনৰ বৰ্ষা কালত এই সংখ্যা 'বৰ্ষা' ওলাইছিল। এই-খনি দ্বিতীয় বৰ্ষৰ ১ম সংখ্যা বুলি কোৱা হৈছে। এই দ্বিতীয় বৰ্ষৰ বৰ্ষাৰ সম্পাদক আছিল পূৰ্ণকমল হাজৰিকা আৰু হৰিপ্ৰসাদ নেওগ। 'বৰ্ষা'ৰ লিখক আছিল হৰিপ্ৰসাদ নেওগ। গোটেইখন 'বৰ্ষা'ত নেওগৰ হাতৰ আখৰ। এই সংখ্যা 'বৰ্ষা'ত নেওগে লিখা প্ৰবন্ধ-কবিতাকেইটি হ'ল—১। আজিৰ মানুহ (কবিতা), ২। শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন চৰিত, ৩। ইংৰাজসকলৰ আদিযুগ, ৪। পূৰ্ণ মিলন (গল্প)। ইয়াৰ বাহিৰেও নেওগে 'বৰ্ষা'ত বিবিধ তথ্য সংগ্ৰহ কৰি দিছিল আৰু বৰ্ষাৰ প্ৰতি পৃষ্ঠাত মনিষীসকলৰ ছবি আৰু সুন্দৰ প্ৰাকৃতিক দৃশ্যৰ ছপা ছবি কোনো বাতৰি কাকতৰপৰা কাটি লগাই দিছিল। এইখনি বৰ্ষাত শ্ৰেণীৰ ছাত্ৰসকলৰ ৰচনা মুঠ ২৫টি লিখনি প্ৰকাশ হৈছিল। কুমলীয়া ছাত্ৰ নেওগ যে 'বৰ্ষা'ৰ মাতৃস্বৰূপ আছিল তাক কোৱা বাহুল্য মাথোন।

## গজালি

নেওগ ষষ্ঠ শ্ৰেণীত থাকোঁতেই দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকাই বিশ্বক কঁপাই তুলিলে। যোৰহাট (ওচৰৰে বিমান কোঠ ৰবৈয়া) হৈ পৰিল মিত্ৰপক্ষ (allied power)ৰ সৈন্যবাহিনীৰ এটি ঘাটি। অসমৰ ভিতৰতে এটি পুৰণি গাম্ভীৰ্যপূৰ্ণ ঘৰ-বাৰীৰ অধিকাৰী যোৰহাট উচ্চ বিদ্যালয়খনি সৈন্যবাহিনীয়ে দখল ল'লে আৰু এই সুখ্যাত বিদ্যালয়-খনে যোৰহাটৰ আন এখনি পুৰণি বিদ্যালয় বেজবৰুৱা হাইস্কুললৈ স্থানান্তৰ হয়। ২½ বছৰ কাল বিদ্যালয়খনি এইদৰেই বহিছিল। চৰকাৰী হাইস্কুল তেতিয়া ৭—১০ বজালৈ বহিছিল। মাতৃহাৰা নেওগে পুৱা শুই উঠি গা-পা ধুই কিবা এটা খাই ৫ কিলোমিটাৰ খোজ কাঢ়ি ৭ বজাতেই স্কুলত হাজিৰ হ'বহি লাগে। বাধ্য হৈ ক্লাচৰ পিৰিয়দবোৰ ৪৫ মিনিটৰ পৰিবৰ্তে ৩০ মিনিট কৰা হৈছিল; কাগজ, কেৰাচিন আদি ছাত্ৰৰ বাবে অপৰিহাৰ্য সামগ্ৰীবোৰ দুৰ্মূল্য আৰু দুষ্পাপ্য হৈ পৰিছিল। তদুপৰি সামৰিক বিভাগৰ গাড়ীৰ প্ৰকোপত কেতিয়াবা ৰাস্তাতেই প্ৰাণৰ আশংকা। প্ৰতি মুহূৰ্ততে মূৰৰ ওপৰত জাপানী বোমা পৰাৰ আতংক। বেজবৰুৱা হাইস্কুলৰ খেল পথাৰখনত তিনিভুজীয়া খাল (trench) কিছুমান খন্দা হৈছিল। চাইৰেন বাজিলেই ক্লাচৰ পঢ়া-শুনা এৰি সকলো শিক্ষক-ছাত্ৰ ট্ৰেন্সত সোমাবগৈ লাগে। ৪২ চনৰ মাজ ভাগতে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰতি সমৰ্থন জনাই আৰু বৃটিছৰ দমন নীতি (সেই সময়ত লক্ষ্যাধিক দেশকৰ্মী কাৰাগাৰত আছিল) ছাত্ৰসকলে ধৰ্মঘট কৰি তিনিমাহৰ বাবে বিদ্যালয় ত্যাগ কৰে। এনে সংঘাটপূৰ্ণ আতংকগ্ৰস্ত আৰু অভাৱ-অভিযোগেৰে পৰিপূৰ্ণ বছৰ এটিতো ছাত্ৰ সম্পাদক নেওগে নিজৰ শ্ৰেণীৰ-পৰা হাতেলিখা আলোচনী এখন উলিয়াইছে এৰিছিল। নেওগৰ সাহিত্য-প্ৰেম আৰু সৎ-উদ্যমৰ কি সুন্দৰ উদাহৰণ।

১৯৪৩ চনতো যুদ্ধৰ একেই ভয়াবহতা। নেওগ এই বছৰত

সপ্তম শ্ৰেণীত। আগৰ সাহিত্যপ্ৰেমী ছাত্ৰসকলৰ লগতে এইবাৰ নেওগৰ লগ লাগিলহি জগন্নাথ বৰুৱা আৰ্য বিদ্যালয় ( বালিগাঁও ) ৰপৰা এম. ই. পাছ কৰি শ্ৰী নীলাম্বৰ দাস আৰু কেন্দুগুৰি বেৰকান্ত এম. ই. স্কুলৰপৰা শ্ৰীদুৰ্গেশ্বৰ বৰা। সাহিত্য প্ৰেমী দুৰ্গেশ্বৰ বৰা বৰ্ত্তমান বেৰকান্ত বৰুৱা পাব্লিক হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক ) নেওগৰ ঘৰলৈ অহা যোৱাৰো লগ হ'ল। এইবাৰ এই তিনিজনৰ উপৰিও শ্ৰীগোপাল গোস্বামী, শ্ৰীধীৰেণ চক্ৰবৰ্ত্তী, শ্ৰীজীৱেশ্বৰ হাজৰিকা, শ্ৰীইন্দুভূষণ হাজৰিকা আদি সপ্তম মান 'ক' শাখাৰ ছাত্ৰসকলে 'গজালি' নামে হাতেলিখা আলোচনী উলিযালে। সম্পাদক হৰিপ্ৰসাদ নেওগ আৰু লিখক শ্ৰীগোপাল চন্দ্ৰ গোস্বামী। ছাত্ৰসকলে কবিতা, গল্প, প্ৰবন্ধ লিখিলে, ছবি আঁকিলে, নেওগে যুগৰ লগত খাপ খুৱাই সুন্দৰ সম্পাদকীয় লিখিলে।

১৯৪৫ চনৰ আগভাগত নেওগ অষ্টম-নৱম মানৰ ছাত্ৰ থাকোঁতে নেওগৰ সম্পাদনাত ওলোৱা 'গজালি' নামে হাতেলিখা আলোচনী-খনি আমাৰ হাতত পৰাত তাৰ থূলমূল বিৱৰণী এটি তলত দিলোঁ। :—

এই সংখ্যা 'গজালি'ৰ সম্পাদকদ্বয় আছিল হৰিপ্ৰসাদ নেওগ আৰু প্ৰমোদচন্দ্ৰ বৰুৱা। লিখক আছিল শ্ৰীনীলাম্বৰ দাস। 'গজালি'ৰ উদ্বোধনী বাণী আছিল—

"উদ্যমেনহি সিদ্ধন্তি সৰ্ব্বানি কাৰ্য্যানি ন চ মনোৰথৈঃ।"

প্ৰকৃতাৰ্থত ক'বলৈ গ'লে নেওগৰ জীৱনৰ মূলমন্ত্ৰও আছিল এইটোৱেই। এইখনি 'গজালি'ত স্থান পাইছিল এইখিনি লিখনিয়ে— ১। মানৱ জীৱন ( কবিতা )—শ্ৰীদুৰ্গেশ্বৰ বৰা, ২। স্বাস্থ্যৰক্ষাত ব্ৰহ্মাচাৰ্য্য ( এটি তথ্যপূৰ্ণ প্ৰবন্ধ —শ্ৰীনীলাম্বৰ দাস, ৩। মৃত্যুপথৰ যাত্ৰী চুটি গল্প —শ্ৰীপ্ৰমোদ চন্দ্ৰ বৰুৱা, ৪। ডাক মহাপুৰুষৰ বিষয়ে যৎকিঞ্চিৎ—হৰিপ্ৰসাদ নেওগ, ৫। উষা ( কবিতা )—শ্ৰীজীৱেশ্বৰ হাজৰিকা, ৬। কলিযুগৰ ইন্দ্ৰজিৎ—

শ্ৰীইন্দুভূষণ হাজৰিকা, ৭। মাখন চন্দ্ৰ খাউন্দ (এজন মেধাৱী ছাত্ৰৰ চমু জীৱনী)—শ্ৰীধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী, ৮। কহুৱীৰ (অনুবাদ গল্প) —কামাখ্যাচৰণ কটকী, ৯। মাতৃভাষা এ-কে এম হৈতুল্লা, ১০। যুগ সংস্কাৰক শংকৰদেৱ—শ্ৰীজীৱেশ্বৰ হাজৰিকা, ১১। সম্পাদকীয়। স্কুলৰ হাতেলেখা আলোচনাৰ প্ৰয়োজনীয়তা সম্পৰ্কে দিয়া মন্তব্য প্ৰণিধানযোগ্য—

"বহুতো ছাত্ৰই হাতেলেখা আলোচনীবোৰৰপৰা কোনো লাভ নাই বুলিয়েই ডালজোৰা দিয়া কথা কৈ আনৰ কাণছোৱাই মনৰ তৃপ্ত সাধে। তেওঁলোকৰ মতে এটা হাতেলেখা ভাল প্ৰৱন্ধ আলোচনীৰ পাতত তোলাতকৈ ছাপা কাকত এখনত তুলিলে সেই প্ৰৱন্ধটি বহুতৰ চকুত পৰিব আৰু লেখকৰো নাম হ'ব। কিন্তু বাওনা হৈ চন্দ্ৰলৈ হাত মেলাৰ দৰে তেওঁলোকে আশা তপালি থাকি নিৰাশ হয়। এইসকলে সু-সাহিত্যিক নেওগদেৱে (ডিম্বেশ্বৰ নেওগ) ক'বৰ দৰে 'চেপাকলত নামটি' দেখিয়ে উছপ খোৱা বিধৰ। গতিকে ছাত্ৰ জীৱনত সাধ্যানুসাৰে শ্ৰেণীৰ হাতেলেখা কাকতখনিত সাহিত্য চৰ্চা কৰি নিজক টনবিকাস আৰু সজাগ কৰি লোৱাতো "মন্দ কবিযশ প্ৰাৰ্থী" ন'হব বোধকৰোঁ।"

কুমলীয়া ছাত্ৰ সম্পাদক দুজনে (হৰিপ্ৰসাদ নেওগ আৰু প্ৰমোদ চন্দ্ৰ বৰুৱা) প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয় সম্পৰ্কে কেনে উৎসাহী মন্তব্য দিছে চাওক —

প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আন্দোলন জয়যুক্ত হওক। ট্ৰাষ্ট বোৰ্ডৰ সভাপতি শ্ৰীযুত গোপীনাথ বৰদলৈদেৱে উজনি অসমৰ দান বিচাৰি আহি বৰ্তমানলৈকে প্ৰায় ৯ লাখ টকা সংগ্ৰহ কৰে। তদুপৰি প্ৰতি স্কুলবোৰে ছাত্ৰৰপৰা দান সংগ্ৰহ কৰা দেখা গৈছে। যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ ছাত্ৰ আৰু শিক্ষকবৰ্গৰ ভিতৰত ৫০০ শ মান টকাৰ সংগ্ৰহ হোৱাটো বৰ সুখৰ বিষয়।

সভাপতি শ্ৰীযুত ধৰদলৈদেৱে কোৱাৰ দৰে অসমত বিশ্ববিদ্যালয় স্থাপন হোৱা মানে নীৰৱকৰ্ম্মী অসমীয়া জাতিৰ ধৰণীস্বৰূপ শৰৎ চন্দ্ৰ গোস্বামীদেৱৰ স্মৃতি ৰক্ষা কৰা। গতিকে এই জাতীয় অনুষ্ঠানটিৰ সংস্থাপন কৰাটো প্ৰত্যেক অসমীয়াৰে কৰ্তব্য তাক নক'লেও হ'ব।

এনে ধৰণৰ সম্পাদকীয় স্কুলীযা ছাত্ৰ হৰিপ্ৰসাদ নেওগৰ উন্নত জাতীয়তাবাদী মনোবৃত্তি এটিৰ নিদৰ্শন নিশ্চয় দাঙি ধৰে।

স্কুলীয়া ছাত্ৰ নেওগৰ সম্পাদিত 'গজালি' সম্পৰ্কে মন্তব্য দি খ্যাতনামা সু-সাহিত্যিক প্ৰধান শিক্ষক লক্ষেশ্বৰ শৰ্মাবৰুৱাদেৱে লেখিছিল -
"কেইটিমান প্ৰবন্ধ ওপৰে ওপৰে চকু ফুৰাই যি বুজিলোঁ, তাৰপৰা জানিব পাৰিছো প্ৰবন্ধবোৰ সুন্দৰ হৈছে। প্ৰায়বিলাকতে ছাত্ৰৰ মৌলিকতাৰ প্ৰকাশ পাইছে। মাজে মাজে ক'ৰবাত দুই এটা বৰ্ণাশুদ্ধি আছে। এবাৰ সেইকেইটি শুধৰাই ল'লে ভৱিষ্যতে সেই অশুদ্ধ ভুল নোলাব। মুঠতে প্ৰবন্ধখিনি চাই সন্তোষ পালোঁ।"
খ্যাতনামা সাহিত্যিক আৰু 'জেউতি'ৰ অন্যতম সম্পাদক ডিম্বেশ্বৰ নেওগদেৱে লেখিছিল—

"ওপৰে ওপৰে চালোঁ—কেবাটিও প্ৰবন্ধ সু-লিখিত হৈছে। আখৰ জোঁটনিৰ দোষ ভালেখিনি ঠাইত ৰৈছে। লেখক ছাত্ৰসকলৰ উদ্যম প্ৰশংসনীয়।"
'জেউতি'ৰ অন্যতম সম্পাদক খ্যাতনামা সাহিত্যিক শিক্ষাবিদ তোষেশ্বৰ ঠাকুৰেদেৱে লিখিছিল—

"খন্তেকীয়াহিচাবে চালতো দুই এটি প্ৰবন্ধত ছাত্ৰ লেখকসকলৰ ভাব আৰু মৌলিকতাৰ পৰিচয় পালোঁ। 'গজালি'ৰ প্ৰবন্ধলেখকসকলো সুপৰিচালিত অভ্যাস আগলৈকে ৰাখিলে মাতৃভাষাৰ সম্পদ বৃদ্ধি কৰিব পাৰিব বুলি আমাৰ সম্পূৰ্ণ বিশ্বাস।"
নামজ্বলা শিক্ষক শ্ৰীদেৱেন্দ্ৰ নাথ শইকীয়াই ( বৰ্তমান চৰকাৰী উচ্চতৰ

মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ পদৰপৰা অৱসৰ লৈছে ) লেখিছিল—"'গঙ্গাশিৰ' কেবাটিও প্ৰবন্ধ পঢ়ি সন্তোষ পালোঁ। ইয়াৰ প্ৰবন্ধ লেখক ছাত্ৰসকলে একাগ্ৰতাৰে লাগিলে সময়ত মাতৃভাষাৰ ভালেখিনি উন্নতি সাধন কৰিব পাৰিব বুলি আশা কৰোঁ। ছাত্ৰসকলৰ এই উদ্যম অতি প্ৰশংসনীয়।"

কুলীয়া ছাত্ৰ হৰিপ্ৰসাদ নেওগে এইদৰে নিজ শ্ৰেণীৰ হাতেলেখা আলোচনীৰ সুন্দৰভাৱে গুৰি ধৰি নিজৰ সাহিত্য চৰ্চাৰ বাট মুকলি কৰাৰ লগে লগে লগৰীয়া ছাত্ৰসকলকো উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছিল আৰু সাহিত্যপ্ৰেমী শিক্ষক সকলৰো প্ৰিয়ভাজন হৈছিল। মানুহে কয় বোলে "জুইশালত গঢ়িলেহে কমাৰশালত গঢ়িব পাৰি" হৰিপ্ৰসাদ নেওগৰ চৰিত্ৰত এই নীতি বচন আখৰে-আখৰে ফলিয়ালে। এসময়ত হাতেলেখা আলোচনী বালক বৰ্যা আৰু গঙ্গাশিৰ লালন-পালন কৰি সম্পাদনা কাৰ্যত সুদক্ষ হোৱা হৰিপ্ৰসাদ নেওগে পাছৰ জীৱনত 'জোনাক', 'সাহিত্যদূত' 'গতিপথ' আদি আলোচনী প্ৰতিষ্ঠা কৰি দক্ষতাৰে লালন-পালন কৰিব পাৰিছিল।

## জেউতি

যোৰহাট চৰকাৰী উচ্চ বিদ্যালয়ৰ ছপা মুখপত্ৰ 'জেউতি' অসমৰ এখন প্ৰসিদ্ধ আৰু অতি পুৰণি কুলীয়া আলোচনী। 'সৰগ জেউতি হওক সাৰথি আমাৰ' উদ্বোধনী বাণীৰে 'জেউতি' এসময়ত বছৰত দুই তিনি সংখ্যাকৈ প্ৰকাশলৈ আহি বহুতো সাহিত্যপ্ৰেমী আৰু ভবিষ্যৎ প্ৰতিশ্ৰুতিসম্পন্ন ছাত্ৰৰ সাহিত্যিক জীৱনৰ কঠিয়াতলী হৈ পৰিছিল। উল্লেখযোগ্য যে চৈয়দ আব্দুল মালিক, অমূল্য বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, অজিত কুমাৰ শৰ্মা, আব্দুছ ছাত্তাৰ, তৰুণ চন্দ্ৰ পামেগাম, হৰিপ্ৰসাদ গোৰ্খাশয়, সিদ্ধেশ্বৰ তামুলী আদি

পিছৰ জীৱনত সু-সাহিত্যিকৰূপে প্ৰতিষ্ঠা লাভ কৰা সাহিত্যিক সকলৰ সাহিত্যিক জীৱনৰ প্ৰথম সোপান আছিল 'জেউতি'। হৰিপ্ৰসাদ নেওগৰ প্ৰথম প্ৰবন্ধ ছপা হয় জেউতিতে। সেইকালত 'জেউতি'ৰ সম্পাদনাৰ দায়িত্বত আছিল দুজন স্বনামধন্য শিক্ষক ডিম্বেশ্বৰ নেওগ আৰু তোৰেশ্বৰ ঠাকুৰ। হৰিপ্ৰসাদে 'জেউতি'ত লিখা দুটি উল্লেখযোগ্য প্ৰবন্ধ 'কাৰ্লমাৰ্ক্স' আৰু আয়াৰলেণ্ডৰ মুক্তি যুজাক ডি, ভেলেৰা।

## ছাত্ৰ ইউনিয়ন

নেওগে পঢ়ি থকা কালত ছাত্ৰ ইউনিয়ন সম্পৰ্কে নেওগৰ স্কুল জীৱনৰ সহপাঠী শ্ৰীপাচু গোপাল বৰুৱাই লেখি পঠোৱা কথাৰ পৰাই তলৰ ছেদটি তুলি দিয়া হ'ল।

সেই সময়ত আমাৰ বিদ্যালয়ত ছাত্ৰসকলৰ কোনো সভা বা ইউনিয়ন পাতিবৰ বাবে হৰিপ্ৰসাদ নেওগে যত্নৰ ত্ৰুটী কৰা নাছিল আৰু তেওঁৰ যত্নতে কৰ্তৃপক্ষক হেঁচা দিবৰ বাবে কেবাখনো সভা অনুষ্ঠিত হৈছিল আৰু তেনে সভা আৰু তেওঁৰ নিচিনা সেইসময়ৰ কিছুমান ছাত্ৰৰ চেষ্টাৰ কাৰণেহে যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত ছাত্ৰসকলৰ ইউনিয়ন গঠিত হৈছিল।"

## স্কুলীয়া ছাত্ৰ নেওগৰ ব্যক্তিত্ব

এইখিনিতে নেওগৰ স্কুলীয়া ছাত্ৰ জীৱনৰ কথা এটা মনত পৰিছে। এই লেখকে নেওগৰ হৈতে একে স্কুলতে অলপ অগা-পিছাকৈ পঢ়িলেও প্ৰথমতে নেওগৰ লগত ব্যক্তিগত চিনাকি নাছিল।

সপ্তমমান মানত পঢ়ি থাকোঁতেই এদিন লেখকে কেন্দুগুৰিৰ ২নং বামুণ গাঁৱৰ সম্বন্ধীয় দাদাক শ্ৰীৰামেশ্বৰ শৰ্মাৰ ঘৰলৈ গৈছিল। লেখকৰ আগত শ্ৰীশৰ্মাই ৰৰকৈ জহাই কৈছিল—'তই আমাৰ হৰিপ্ৰসাদক চিনি পাইনে, তইতৰ স্কুলতে পঢ়ে। আমাৰ এইখিনিৰ ভিতৰত হৰিপ্ৰসাদ বৰ ভাল ল'ৰা। তাৰ আচাৰ-ব্যৱহাৰৰ একেবাৰেই বেলেগ। সি এইপিনেদি যাওঁতে মোক মাত নলগোৱাকৈ কেতিয়াও পাৰ হৈ নাযায়।' মই কলোঁ - 'যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত অগণন ল'ৰা। কোনজন হৰিপ্ৰসাদ মই চিনি নাপাওঁ।' এইদৰে কথাপাতি থাকোঁতেই চৰকাৰী হাইস্কুলৰ মোৰ দৰে নীলা ইউনিফৰ্ম পিন্ধা (তেতিয়া চৰকাৰী হাইস্কুলৰ বাহিৰে আন কোনো স্কুলৰে ইউনিফৰ্ম থকাৰ থকা মনত নপৰে।) হৰিপ্ৰসাদ সেইপিনেই পাৰ হৈ যাবলৈ আহি সঁচাকৈয়ে দাদাক মাত লগালে--'ৰামেশ্বৰ দাদা ঘৰত আছেনে ?' দাদাই নিজে কোৱা কথাষাৰ হাতে হাতে প্ৰমাণ দি ততালিকে হৰিপ্ৰসাদক মাতি আনি মোৰ লগত চিনাকি কৰি দিলে আৰু তেতিয়াই মই তাৰপৰা মাত্ৰ পাঁচশ গজ দূৰত্বত অৱস্থিত হৰিপ্ৰসাদ নেওগৰ লগত সেইদিনা প্ৰথম চিনাকী হৈয়েই হলিগালিকৈ ভুখ-টামান কথা পাতিলোঁ। তেঁৱেই বক্তা, মই কেৱল শ্ৰোতাহে। তেওঁৰ পঢ়া কোঠাত কিতাপ-পত্ৰ, আলোচনী আদি নিয়াৰিকৈ সজাই থোৱা আছিল। সেই স্কুলীয়া ছাত্ৰ অৱস্থাতে তেওঁ সমসাময়িক কেউখন আলোচনী আৰু যথাসম্ভৱ পুৰণি আলোচনীও গোটাই ৰাখিছিল আৰু পাঠ্যপুথিৰ উপৰিও ভাল ভাল অসমীয়া কিতাপ কেবাখনিও কিনিছিল। তেওঁ সেই বয়সতে বাহ্যিক বিলাসিতাত এটি কণা পাইও খৰচ নকৰি প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক বিদ্যোৎসাহী দেউতাকৰ সামান্য পুঁজিৰে আলোচনী আৰু বাতৰি কাকতহে কিনিছিল।

সেই বয়সতে তেওঁ অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী প্ৰতিষ্ঠিত অসম জাতীয় মহাসভাৰ প্ৰতি আকৃষ্ট হৈছিল আৰু অসমীয়াৰ স্বাৰ্থ

বাহিৰাগত' সকলে কেনেকৈ পদে পদে জুলুম কৰিছে সেই বিষয়ে মোক আলোচনা, বাতৰি কাকতবোৰৰ অনেক উদাহৰণ দি বুজাই কৈছিল। সকতে মাতৃ বিয়োগ হোৱাত সেই বয়সতে তেওঁ ঘৰুৱা কামো নিয়াৰীকৈ কৰিব জানিছিল আৰু কথাৰ মাজতে নিজে চাহ জলপান কৰি আনি মোকো খুৱাইছিল। বয়সতকৈ তেওঁৰ কথা-বতৰা-বোৰ যে বহুত আগবঢ়া আছিল আৰু তেওঁ যে এজন চিন্তাশীল অধ্যয়নপ্ৰিয়, গহীন বিধৰ ছাত্ৰ আছিল সেইটো মই তেতিয়াই অনুমান কৰিব পাৰিছিলোঁ। মই অধ্যয়নপ্ৰিয় হ'লেও অলপ পাতল ধৰণৰ লঘু কথা-বতৰা (হাস্যৰস নিহলি) ভালপোৱা ছাত্ৰ। সেয়েহে' হৰিপ্ৰসাদৰ বৰ গধুৰ আৰু তত্ত্বপূৰ্ণ কথাবোৰ মোৰ তেতিয়া ভাল লগা নাছিল: আৰু সেয়েহে মই তেওঁক শ্ৰদ্ধা আৰু বিস্ময়ৰ চকুৰে চাইছিলোঁ। কিন্তু মোৰ প্ৰকৃতিৰ লগত নিমিলাৰ বাবে সিমান ভালপোৱা নাছিলোঁ ।

এইয়া মোৰ শিশুমনৰ কথাহে, কিন্তু এতিয়া মই মৰ্মে মৰ্মে উপলব্ধি কৰো যে হৰিপ্ৰসাদ নেওগ এজন আজন্ম চিন্তাশীল আৰু স্বদেশপ্ৰাণ লোক আছিল আৰু এজন আদৰ্শ ছাত্ৰ তথা এজন আগশাৰীৰ নাগৰিক হিচাবেও তেওঁ আমাৰ বহু বিষয়তেই আদৰ্শ আছিল। সি যিকি নহওক মই ৰামেশ্বৰ দাদাৰ ঘৰলৈ গ'লেই হৰিপ্ৰসাদ নেওগৰ ঘৰলৈকো গৈছিলো আৰু তেওঁৰ ঘৰত এঘণ্টা বহিলেই মোৰ অনিচ্ছা স্বত্বেও 'মই তেওঁৰপৰা বহুত নতুন কথা জানি আহিছিলোঁ।

## অসম সাহিত্য সভাৰ প্ৰতি আউতি

অসমৰ সৰ্বশ্ৰেষ্ঠ সাংস্কৃতিক অনুষ্ঠান অসম সাহিত্য সভাৰ এসময়ত অন্যতম কৰ্ণধাৰ হ'বলগা ভাগ্যলৈ জন্মগ্ৰহণ কৰা হৰিপ্ৰসাদ নেওগ কুলীয়া ছাত্ৰ অৱস্থাৰপৰাই অসমৰ এই সৰ্ববৃহৎ সভাখনিৰ প্ৰতি

অনুৰক্ত আছিল। দ্বিতীয় বিশ্ব মহাযুদ্ধৰ ভয়াবহ ৰূপে আমাৰ দেশৰ সাহিত্য-সংস্কৃতিৰো ভয়াবহ ক্ষতি সাধন কৰিলে। সাহিত্য সভাও কেবাবছৰলৈও প্ৰায় নিষ্ক্ৰিয় হৈ থাকিবলগা হৈছিল। ১৯১৭ চনত শিৱসাগৰতে অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন বহিছিল; এই শিৱসাগৰে ১৯৪৪ চনত মহাযুদ্ধৰ বিভীষিকাৰ মাজতে অসম সাহিত্য সভাক আকৌ পুনৰ্জীৱন দিলে। দেশৰ স্বাধীনতা সংগ্ৰামত কাৰাবৰণ কৰি বাগ্মীবৰ ৺নীলমণি ফুকন ডাঙৰীয়া তেতিয়া বয়সত ৬৯ বছৰ হ'লেও বাগ্মীতাত অসমত অদ্বিতীয় আৰু কৰ্মনিপুনতাতো ভীমকৰ্মী বৃকোদৰ। অসম সাহিত্য সভাৰ এইবাৰ শিৱসাগৰ অধিবেশনৰ বাগ্মীবৰ ফুকন ডাঙৰীয়া সভাপতি নিৰ্বাচিত হ'ল। অষ্টমমানৰ ছাত্ৰ হৰিপ্ৰসাদেও শিৱসাগৰত দদায়েক চৰকাৰী কৰ্মচাৰী বিনেশ্বৰ নেওগৰ বাসভৱনত থাকি সাহিত্য সভা আটাইকেইদিন চালে। বাগ্মীবৰ ফুকনৰ উদাত্ত ভাষণ শুনি নিজেও অনুপ্ৰাণিত উদ্দীপিত হ'ল। তেতিয়াৰপৰা জীৱনৰ শেষ মুহূৰ্তলৈকে হৰিপ্ৰসাদ নেওগ অসম সাহিত্য সভা; তথা নিজেই এটি অনুষ্ঠানস্বৰূপ বাগ্মীবৰ ফুকনৰ প্ৰতি অনুৰক্ত আছিল। স্কুলীয়া ছাত্ৰ নেওগে অগ্নিতুল্য পুৰুষ বাগ্মীবৰ ফুকনক তেখেতৰ বাসভৱনত মাজে মাজে দেখা কৰি তেখেতৰ উদ্দীপনাময়ী কথাবিলাক শুনিছিল আৰু অসমৰ সৰ্বতোপ্ৰকাৰ স্বাৰ্থ ৰক্ষাৰ বাবে 'অসম জাতীয় মহাসভা'ৰ প্ৰতিও (অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী প্ৰতিষ্ঠিত) বিশেষ অনুৰক্ত হৈ পৰিছিল। এই সম্পৰ্কত বাগ্মীবৰ নীলমণি ফুকন ককাই নিজেই অসম সাহিত্য সভা পত্ৰিকা (ত্ৰিংশ বছৰ দ্বিতীয় সংখ্যা) ত এটি প্ৰবন্ধত লেখিছে— "সেইকাৰণে সেই সময়ত আমি নিজে স্বৰ্গীয় ǀ অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ সগত 'সংৰক্ষিণী নীতি'ত দেশ সেৱা কৰাটো অপৰিহাৰ্য বুলি ভাবিছিলোঁ। ৺হৰিপ্ৰসাদ নেওগক আমি এই ছাত্ৰ অৱস্থাতেই 'সংৰক্ষিণী নীতি'ত আকৃষ্ট হোৱা দেখা পাওঁ। তেওঁ এই কাৰণে

স্কুললৈ অহা-যোৱা কৰোঁতে মাজেকে-পথেকে, প্ৰায়েই আমাক ৰেখা কৰে আৰু আমাৰ মুখত দেশ সেৱাৰ নানা কথা শুনিবলৈ, সদায় আগ্ৰহ দেখুৱাইছিল। সেই দিন ধৰি নেওগে মৃত্যুৰ সময়লৈকে আমাক অতি শ্ৰদ্ধা কৰিছিল আৰু সকলো কথাতে আমাৰ পৰামৰ্শ লৈছিল আৰু সেইমতে অতি উৎসাহেৰে কৰ্মক্ষেত্ৰত আগ বাঢ়িবলৈ আত্মবিশ্বাস লাভ কৰিছিল।"

## ছাত্ৰনেতা নেওগ

১৯৪৫ চন আহিল। নেওগ তেতিয়া নৱমমানৰ ছাত্ৰ। মহাযুদ্ধ শাম কাটিলে। মিলিটেৰীয়ে ঘৰ এৰি দিয়াত যোৰহাট চৰকাৰী হাইস্কুল নিজৰ স্থায়ী ঘৰলৈ গ'ল। অনুকূল পৰিৱেশ কিছু পৰিমাণে ঘূৰি আহিল। জননেতাসকলৰ বহুতেই কাৰাগাৰৰপৰা মুক্ত হ'ল; কিন্তু দেশৰ আসন্ন মুক্তিৰ ভয়ংকৰ প্ৰসৱ বেদনাই দেশক আকৌ এবাৰ অস্থিৰ কৰি তুলিলে। ছাত্ৰসকলৰ মাজতো সৰ্বতোপ্ৰসাৰী আন্দোলন হ'ল। নেতাসকলেও কাৰাগাৰৰপৰা ওলাই আহি দেশৰ আসন্ন মুক্তিৰ বাণীৰে ছাত্ৰসকলক উদ্বুদ্ধ কৰি তুলিলে। স্বাধীনতাৰ পূৰ্ণ সমৰ্থক জাতীয় কংগ্ৰেছৰ পক্ষপাতী নিখিল ভাৰত ছাত্ৰ কংগ্ৰেছ তেতিয়া ভাৰতৰ সৰ্বপ্ৰধান ছাত্ৰ সংগঠন। অসমতো সদৌ অসম ছাত্ৰ কংগ্ৰেছ তেতিয়া শক্তিশালী ৰূপত প্ৰতিষ্ঠিত। অসমৰ নগৰে-চহৰে, গাঁৱে-ভূঞে, স্কুল-কলেজে প্ৰায় সকলো ঠাইতে ছাত্ৰ কংগ্ৰেছৰ একোটি ইউনিট। ১৯৪৬ চনত দশমমানৰ ছাত্ৰ হৰিপ্ৰসাদে বিৰাট চাৰিগাওঁ মৌজাৰ দক্ষিণ ভাগ কেন্দুগুৰি অঞ্চলৰ ছাত্ৰ-ছাত্ৰীসকলক একত্ৰিত কৰি কেন্দুগুৰি ছাত্ৰ কংগ্ৰেছ গঠন কৰি ইয়াৰ প্ৰধান সম্পাদক হ'ল আৰু সদৌ অসম ছাত্ৰ কংগ্ৰেছ তথা যোৰহাট জিলা ছাত্ৰ কংগ্ৰেছসমূহলৈ কেন্দুগুৰি ছাত্ৰ কংগ্ৰেছৰ বিশিষ্ট প্ৰতিনিধি ( Deligate Councillor ) হিচাবে গৈ উভয়তে

সক্ৰিয় অংশ গ্ৰহণ কৰিলে।

এইখিনিতে এটা কথা উল্লেখযোগ্য যে ১৯২১ চনৰেপৰা কেন্দুগুৰি অঞ্চল আৰু সদৌ চাৰিগাওঁ মৌজাই দেশৰ স্বাধীনতা সংগ্ৰামৰ অগ্নি-কুণ্ড হৈ পৰিছিল। কংগ্ৰেছ নেতা শ্ৰীদেবেশ্বৰ শৰ্মা, শ্ৰীগোলাপ চন্দ্ৰ দত্ত, শ্ৰীলক্ষেশ্বৰ বৰুৱা, (চাৰিগাওঁ), শ্ৰীসুৰেন্দ্ৰনাথ ভঁৰালী, ৺যোগেন শইকীয়া আদি নেতাসকলে ১৯৪০-৪২ ৰ আন্দোলনত সুদীৰ্ঘকাল কাৰাবাস খাটিছিল। এই উত্তপ্ত অগ্নিকুণ্ডই হৰিপ্ৰসাদ নেওগ আৰু তেওঁৰ সমসাময়িক ছাত্ৰসকলক বাৰুকৈয়ে স্পৰ্শ কৰিছিল। হৰিপ্ৰসাদ নেওগৰ নেতৃত্বত প্ৰতিষ্ঠিত কেন্দুগুৰি ছাত্ৰ কংগ্ৰেছো আছিল এই জ্বলন্ত অগ্নিকুণ্ডৰ এটি ফিৰিঙতি।

স্কুলীয়া ছাত্ৰ অৱস্থাত নেওগে সদৌ অসম চুতীয়া ছাত্ৰ সন্মিলনত সক্ৰিয়-ভাৱে যোগদান কৰিছিল। ১৯৪৬ চনত নগাঁৱত বহা সদৌ অসম চুতীয়া ছাত্ৰ সন্মিলনত নেওগ সহকাৰী সম্পাদক হয় (তেতিয়াও তেওঁ স্কুলীয়া ছাত্ৰ)। চুতীয়া ছাত্ৰ সন্মিলনৰ এজন মুখ্য কৰ্মকৰ্ত্তা হোৱাৰ উপৰিও তেওঁ মৰাণত বহা সদৌ অসম চুতীয়া সন্মিলনতো বিষয় বাছনি সভাৰ আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। "এই স্কুলীয়া ছাত্ৰজনে বয়সস্থ প্ৰতিনিধিসকলৰ সভাত দাঙি ধৰা যুক্তি-কৈয়ো তেওঁৰ বিনয়ী স্বভাৱটোৱেহে সকলোকে মুগ্ধ কৰিছিল।" —(বুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ)।

কলেজীয়া ছাত্ৰ নেওগ

১৯৪৭ চনৰ ১৫ আগষ্টত আমাৰ দেশে বহু প্ৰত্যাশিত আৰু বহুতৰে বক্তা তেজ আৰু অশেষ ত্যাগৰ বিনিময়ত স্বাধীনতা লাভ কৰিলে। নেওগে সেই বছৰতে যোৰহাট চৰকাৰী উচ্চ বিদ্যালয়ৰপৰা তৃতীয় বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। আগতেই কৈ অহা হৈছে

যে নেওগ স্কুলীয়া ছাত্র জীৱনত সাহিত্য চৰ্চা আৰু ছাত্র সংগঠনত নিবিড়ভাৱে লাগি আছিল। পূৰ্বে কৈ অহা স্কুলীয়া আলোচনী সম্পাদনা, ছাত্র কংগ্ৰেছ স্থাপন আদিৰ বাহিৰেও তেওঁৰ বিদ্যালয়ৰ তৰ্কসভা আদিতো সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। দেশৰ আৰু সমাজৰ কল্যাণৰ কথাও সেই বয়সতে চিন্তা কৰিছিল। স্কুললৈ অহা-যোৱা কৰোঁতেই দিনে ১০ কিলোমিটাৰকৈ খোজ কাঢ়িবলগীয়া হৈছিল। তদুপৰি ছাত্র সংগঠনৰ কামতো তেওঁ কেবা মাইলো বাট খোজকাঢ়ি ফুৰিব লগা হৈছিল। ইফালে আকৌ পূৰ্বে কৈ অহাদৰেই মিলিটেৰীয়ে স্কুলঘৰ দখল কৰাত প্ৰায় তিনিবছৰ কাল স্কুল অনিয়মিতভাৱে চলিছিল। এনে অৱস্থাতো নেওগে যে ক'তো নোবোৱাকৈ পোনে পোনেই তৃতীয় বিভাগত হ'লেও প্ৰবেশিকাৰ দেওনা পাৰহৈ গ'ল; চাৰলৈ গ'লে সিহে আচৰিত কথা। যি হওক দেশ স্বাধীন হ'ল। স্বাধীন দেশৰ স্বাধীন নাগৰিকহিচাবে নেওগে অসমৰ অন্যতম পুৰণি আৰু সৰ্ববৃহৎ কলেজ জগন্নাথ বৰুৱা মহাবিদ্যালয়ত কলা বিভাগত প্ৰবেশ কৰিলে আৰু এই মহাবিদ্যালয়তেই ১৯৫১ চনলৈ চাৰিবছৰ অধ্যয়ন কৰিলে। কলেজীয়া জীৱনৰ এই চাৰিবছৰতো নেওগে কেন্দুগুৰিৰ ঘৰৰ পৰাই খোজকাঢ়ি অহা-যোৱা কৰিছিল। নেওগৰ সহপাঠী বন্ধু নীলাম্বৰ দাসে আমাক জনাইছে– "নেওগে সেই সময়ত খদ্দৰৰ ধুতি বা হাতেবোৱা ধুতি আৰু কামিজ কুৰ্তা পৰিধান কৰিছিল। আগলৈ যে তেওঁ এজন গুণীমানী কৃতী সন্তান হ'ব তেতিয়াই আমি অনুভৱ কৰিছিলোঁ। সাজ-পাৰত আটোম-টোকাৰী পৰিপাটি আছিল; কথা-বতৰাতো আৰু আচাৰ-ব্যৱহাৰতো নিকা আছিল। তেওঁ আছিল দৃঢ়প্ৰতিজ্ঞ আৰু নেৰানেপেৰাকৈ কামত লাগি থাকিব পৰা ছাত্র। কৰিবলৈ লোৱা কোনো কাম সম্পূৰ্ণ হৈ নুঠিলে সেই কামত লাগি থাকিব পাৰিছিল। কৰ্মবোধ তীব্ৰ আছিল।" নেওগে ১৯৪৯ চনত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা তৃতীয় বিভাগত

আই-এ পৰীক্ষাত উত্তীৰ্ণ হয়; কিন্তু ১৯৫১ চনত বি-এ পৰীক্ষাত অনুত্তীৰ্ণ হৈ মনত চৰম আঘাত পায়। এই সম্পৰ্কত নেওগৰ আন এজন সহপাঠী বন্ধু শ্ৰীদুৰ্গেশ্বৰ বৰাই আমাক জনাইছে।

"কলেজ ছাত্ৰ ইউনিয়নৰ সদস্য আৰু সাহিত্য আলোচনা চক্ৰ (S. L. Club) ৰ সম্পাদকস্বৰূপে কলেজৰ বিভিন্ন অনুষ্ঠানত হৰিপ্ৰসাদ নেওগৰ বৰঙনি উল্লেখযোগ্য আছিল। ঘৰৰ অৰ্থনৈতিক দুৰ্বলতা স্থানীয় বিভিন্ন ছাত্ৰ অনুষ্ঠানৰ কাম আৰু কলেজৰো নানা অনুষ্ঠানতে সহযোগ, ঘৰৰপৰা দহ কিলোমিটাৰ বাট (অহাই-যোৱাই) খোজকাঢ়ি অহা-যোৱা কৰা আদি লেঠাৰি নিচিগা কামে তেওঁৰ পঢ়াশুনাত যথেষ্ট বাধা জন্মাইছিল। ফলস্বৰূপে তেওঁ বি-এ পৰীক্ষাত অকৃতকাৰ্য হ'ব লগা হ'ল। তেওঁৰ জীৱনত বিশেষকৈ পৰীক্ষাৰ ক্ষেত্ৰত এই অকৃতকাৰ্যতাই আছিল প্ৰথম। ই তেওঁৰ মনত বাৰুকৈয়ে ৰেখাপাত কৰিছিল।"

কলেজীয়া ছাত্ৰ অৱস্থাৰ চাৰিওবছৰ কাল নেওগ কেন্দুগুৰি ছাত্ৰ কংগ্ৰেছৰ এজন প্ৰধান কৰ্মী আৰু সদৌ অসম ছাত্ৰ কংগ্ৰেছৰো এজন সক্ৰিয় কৰ্মী আছিল। এইছোৱা কালত তেওঁ অন্যান্য উল্লেখযোগ্য সংগঠনতো লাগিছিল। ১৯৪৮ চনত ' নেওগ তেতিয়া ২য় বাৰ্ষিকৰ ছাত্ৰ ) কেন্দুগুৰিত এখনি গাম্ভীৰ্যপূৰ্ণ ৰহাগী মেলা পতা হৈছিল। সভাপতিত্ব কৰিছিল স্বনামধন্য সাহিত্যিক ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই। এই সাৰ্বজনীন ৰহাগী মেলাই কেন্দুগুৰি অঞ্চলৰ বহুতো শিক্ষা-সংস্কৃতিমূলক অনুষ্ঠানক প্ৰেৰণা যোগাইছিল আৰু ৰাইজৰ মাজত একতা আৰু সমাজ প্ৰৱণতা বৃদ্ধিত সহায় কৰিছিল; এই ৰহাগী মেলাৰো মুখ্য আয়োজক আছিল হৰিপ্ৰসাদ নেওগ আৰু সহযোগীসকল আছিল শ্ৰীদুৰ্গেশ্বৰ বৰা, শ্ৰীদুৰ্গেশ্বৰ বৰুৱা, শ্ৰীযাদৱ নেওগ, শ্ৰীগুণ শইকীয়া, শ্ৰীজীৱেশ্বৰ হাজৰিকা আদি।

কলেজীয়া ছাত্ৰ অৱস্থাতো নেওগে সাহিত্য চৰ্চা অটুট ৰাখিছিল।

তেওঁৰ প্ৰবন্ধ কবিতা আদি বিভিন্ন আলোচনীত প্ৰকাশো হৈছিল। শিৱসাগৰ ডিমৌৰ পৰা স্বনামধন্য সাহিত্যিক ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ স্মৃতিত প্ৰতিষ্ঠাপিত আৰু শ্ৰীমোহনৰাম শইকীয়া সম্পাদিত 'ভ্ৰমৰ' ত নেওগে প্ৰবন্ধ কবিতা আদি লেখিছিল।

## কৰ্মজীৱনৰ পাতনি

বি·এ পৰীক্ষা দিয়েই নেওগ কেন্দুগুৰিৰ বেৰকান্ত বৰুৱা পাব্লিক এম ই স্কুলৰ প্ৰধান শিক্ষক নিযুক্ত হয়। ১৯০২ চনতে প্ৰতিষ্ঠিত এই বিদ্যালয় প্ৰতিষ্ঠাপক স্বনামধন্য গোবিন্দ বেজবৰুৱাই এসময়ত কেন্দুগুৰি অঞ্চলৰ এটি ডাঙৰ অভাৱ পূৰণ কৰিছিল আৰু আধুনিক শিক্ষাত সমগ্ৰ অসমেই পাছ পৰি থকা কালতে কেন্দুগুৰি অঞ্চলক শিক্ষাৰ ক্ষেত্ৰত এখোজ আগুৱাই ৰাখিছিল। স্বনামধন্য শ্ৰীদেবেশ্বৰ শৰ্মা, শ্ৰীলক্ষেশ্বৰ বৰুৱা' (বয়োবৃদ্ধ আইনজীৱী আৰু এসময়ৰ যোৰহাট লোকেল বোৰ্ডৰ চেয়াৰমেন) আদি লোকসকলে এসময়ত এই বিভালয়ৰে ছাত্ৰ আছিল। পিছত বেৰকান্ত বৰুৱাৰ উত্তৰাধিকাৰীসকলে এই বিত্তালয়ৰ স্বত্ব দেবেন্দ্ৰ নাথ বেজবৰুৱাৰপৰা কিনি লৈ বেৰকান্ত বৰুৱা এম, ই, স্কুল নাম দিয়ে। ১৯৫২ চনত ১ এপ্ৰিলত বিত্তালয়খনিৰ মালিকীস্বত্ব ত্যাগ কৰি ৰাইজৰ হাতত গতাই দিয়াত বিত্তালয়ৰ নাম হয় বেৰকান্ত বৰুৱা পাব্লিক এম,ই, স্কুল (বৰ্ত্তমান ঘাট মঞ্জুৰীপ্ৰাপ্ত উচ্চ ইংৰাজী বিদ্যালয়)। এই অৱস্থাত প্ৰথমতে 'শ্ৰীজগন্নাথ বৰুৱা বিদ্যালয়খনিৰ অবৈতনিক প্ৰধান শিক্ষক আছিল। হৰিপ্ৰসাদ নেওগে বি, এ, পৰীক্ষা দিয়েই নতুন উদ্যমেৰে এই নতুন ৰূপ লোৱা পুৰণি স্কুলখনিৰ গুৰি ধৰে আৰু বিদ্যালয়খনিক সৰ্বাংগ সুন্দৰ ৰূপ দিবলৈ সৰ্বতোপ্ৰকাৰে যত্নপৰ হয়। সেইচোৱা কালত তেওঁ স্কুলৰ সহকাৰী শিক্ষক শ্ৰীৰমেশ্বৰ হাজৰিকা

আৰু শ্ৰীমাধৱ চন্দ্ৰ দত্ত ( বালিগাঁও ) ক লগত লৈ ছাত্ৰসকলৰ সৈতে স্কুলৰ ঘৰ সাজিবলৈ গাঁৱৰপৰা টকা আৰু বাঁহ-খেৰ তুলি কম খৰচতে স্কুলঘৰ নিৰ্মাণ কৰায়। ছাত্ৰসকলৰ মানসিক উৎকৰ্ষ সাধনৰ বাবে প্ৰতি শনিবাৰে সভাপতি তৰ্ক প্ৰতিযোগিতা, আকস্মিক তৰ্ক প্ৰতিযোগিতা আদিৰ ব্যৱস্থা কৰিছিল। মুঠতে হৰিপ্ৰসাদ নেওগৰ যোগ্য পৰিচালনাত বিদ্যালয়খনিয়ে নতুন প্ৰাণৱন্ত ৰূপ এটি পাইছিল।

## কৰ্মজীৱনৰ দ্বিতীয় খোজ

১৯৫৩ চনত নন কলেজিয়েট পৰীক্ষাৰ্থীহিচাবে নেওগে বি, এ, পৰীক্ষাত উত্তীৰ্ণ হয় আৰু ১৯৫৪ চনৰ জানুৱাৰী মাহত তেওঁ বেৰকাস্তু বকৰা বিদ্যালয়ৰ প্ৰধান শিক্ষকতা ত্যাগ কৰি যোৰহাট নৰ্মাল স্কুলৰ লগত নতুনকৈ খোলা অনা অসমীয়া ছাত্ৰৰ বাবে অসমীয়া প্ৰশিক্ষণ শ্ৰেণীৰ শিক্ষকহিচাবে কামত যোগ দিয়ে। এই কাৰ্যত নেওগ প্ৰায় পাঁচ বছৰ কাল আছিল। প্ৰশিক্ষণ শ্ৰেণীটো অসম সাহিত্য সভাৰ প্ৰধান কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহাত নেওগ অসম সাহিত্য সভাৰ লগতো নিবিড়ভাবে জড়িত হৈ পৰিছিল। এই শ্ৰেণীৰ গুৰিয়াল আছিল প্ৰখ্যাত মঞ্চশিল্পী নাট্যকাৰ আৰু শিক্ষাবিদ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। বৰঠাকুৰৰ পৰাও নেওগে শিক্ষা-সংস্কৃতি বিষয়ত প্ৰেৰণা লাভ কৰিছিল। ১৯৫৭ চনত নেওগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ তলত অসমীয়া বিভাগত প্ৰাইভেট পৰীক্ষাৰ্থীহিচাবে সাহিত্য বিষয়ত এম, এ, পৰীক্ষা দিয়ে আৰু ২য় শ্ৰেণীৰ নৱম স্থান লৈ উত্তীৰ্ণ হয়। ইতিমধ্যে নৰ্মাল স্কুলৰ উক্ত প্ৰশিক্ষণ শ্ৰেণীটো উঠি যোৱাত নেওগে দ্বিতীয়বাৰৰ বাবে কৰ্মক্ষেত্ৰ পৰিবৰ্তন কৰিব লগা হয়। এইবোৰ কালতো নেওগে

এম, এ, পৰীক্ষাৰ বাবে পঢ়ি থকাৰ উপৰিও সাহিত্য চৰ্চা আৰু সমাজসেৱা অটুত ৰাখিছিল। এইছোৱা কালতে ১৯৫৪-৫৫ চনত নেওগে শ্ৰীনীলাম্বৰ দাস, লোকনাথ ভঁৰালী, বীৰেন্দ্ৰ নাথ শৰ্মা নেওগ আদি সাহিত্যপ্ৰেমী বন্ধুসকলৰ লগ লাগি 'জোৱাৰ' নামে তিনিমহীয়া বাৰ্তালোচনী এখনি প্ৰকাশ কৰিছিল ' নেওগ আছিল 'জোৱাৰ'ৰ সম্পাদক আৰু গুৰি ধৰোঁতা। 'জোৱাৰ' ছপা হৈছিল দৰ্পন প্ৰেছত আৰু উক্ত প্ৰেছৰ ওচৰতে একোঠালি ঘৰ ভাৰা লৈ জোৱাৰৰ কাৰ্যালয় পতা হৈছিল। জোৱাৰ কাৰ্যালয়ত সাহিত্যপ্ৰেমী যুৱক-যুৱতীসকল সমবেত হৈ সততে সাহিত্য-সংস্কৃতি বিষয়ক আলোচনা কৰিছিল আৰু অসমৰ গুণী কৃতী সাহিত্য-সংস্কৃতিৰ সাধকসকলৰ তিথিত একোটি স্মৃতি আলোচনাচক্ৰ পাতিছিল। হৰিপ্ৰসাদ নেওগ আছিল এই সাহিত্যচক্ৰৰ friend, philosopher and guide. তেতিয়া আলোচনীৰ পঢ়ুৱৈৰ সংখ্যা বৰ কম। গতিকে এবছৰ সুচাৰুৰূপে চলাৰ পাছত অৰ্থৰ অভাৱত 'জোৱাৰ'ৰ মৃত্যু হয় আৰু জোৱাৰ সাহিত্যসেৱী চক্ৰও লুপ্ত হয়। জোৱাৰৰ অংশীদাৰ সাহিত্যসেৱী যুৱক ছক্ৰৰ ৺নেওগ, দাস প্ৰমুখ্যে বহুতৰে কষ্টোপাৰ্জিত কেপৰ পইচাও গ'ল। এইছোৱা কালত নেওগ সদৌ অসম চুতীয়া সম্মিলন, সদৌ অসম চুতীয়া ছাত্ৰ সম্মিলন আৰু সদৌ অসম চুতীয়া সম্মিলনৰ মুখপত্ৰ ডিমৌৰপৰা প্ৰকাশিত ভ্ৰমৰৰ লগত প্ৰত্যক্ষ আৰু সক্ৰিয়ভাৱে জড়িত আছিল। অৱশ্যে নেওগৰ মনোবৃত্তি সাম্প্ৰদায়িকতাৰ বহুত উৰ্দ্ধত আছিল। তেওঁ নিজে জাতীয়তা বাদী মনোবৃত্তিৰ ( National Spirit ) লোক আছিল আৰু তেওঁৰ বক্তৃতা তথা লিখনিৰ মাজেদি এইভাৱেই প্ৰকট হৈছিল। পিছপৰা চুতীয়া সম্প্ৰদায়ৰ মাজত যাতে শিক্ষা-সংস্কৃতিৰ আশানুৰূপ প্ৰচাৰ হয় আৰু নতুন যুগৰ লগত খাপ খুৱাই এই সম্প্ৰদায়টি সৰ্বতোভাৱে আগবাঢ়িব পাৰে সেই উদ্দেশ্যে আগত

ৰাখিছে নেওগে উক্ত চুতীয়া সংগঠন কেইটিত সক্ৰিয়ভাৱে যোগ দিছিল আৰু তাৰ এজন প্ৰধান মুখপাত্ৰ হৈ পৰিছিল।

নৰ্মাল স্কুলৰ অনা অসমীয়া ছাত্ৰসকলৰ লগত জড়িত হৈ পৰি নেওগে সেইকালত এটা কথা গভীৰ ভাৱে অনুভৱ কৰিছিল যে অসমৰ পৰ্বতীয়া জনজাতি সকলৰ লগত সম্প্ৰীতি আৰু ঐক্যৰ ডোল দাল নতুনকৈ কটকটীয়া কৰিবৰ প্ৰয়োজন হৈছে। সেয়েহে তেওঁ “সজাগ অসম সংঘ” নামে এটি সংঘ স্থাপন কৰি পাহাৰী জনজাতিসকলৰ লগত যোগাযোগ স্থাপন কৰিবলৈ যত্ন কৰিছিল। শ্ৰীবিষ্ণু ভূঞা, শ্ৰীমাধৱ চন্দ্ৰ ভূঞা, শ্ৰীহৰগোবিন্দ শৰ্মা, শ্ৰীডিম্বকান্ত মহন্ত আদিৰ লগত লগ লাগি সজাগ অসম সংঘ অসমৰ ভিতৰত যাতে বিচ্ছিন্নতা নাহে আৰু পাহাৰীয়া জনজাতিসকলক আপোন-ভাৱে সাৰটি ল'ব পাৰি তাৰবাবে যত্ন কৰিছিল। যোৰহাটৰ মিচন হস্পিটেলত থকা ছাত্ৰসকলৰ ওচৰলৈ ঘনাই অহা-যোৱা কৰি চাচিনাকি হৈছিলগৈ। নেওগৰ দৰে সেইছোৱা কালতে প্ৰতিজন অসমীয়াই চিন্তা কৰা হ'লে আজি হয়তো আম নগাভূমি, মেঘালয়, মিজোৰামক বেলেগ হৈ যোৱা দেখিবলৈ নাপালোহেঁতেন। নেওগৰ কৰ্মক্ষেত্ৰ সলনি হোৱাৰ লগে লগে কৰ্মীৰ অভাৱত সজাগ অসম সংঘও তল পৰি গ'ল।

## নেওগৰ নতুন কৰ্মক্ষেত্ৰ

১৯৫৭ চনত অসমীয়া বিভাগত এম-এ পাছ কৰি নেওগে গোলাঘাটৰ দেৱৰাজ ৰয় মহাবিদ্যালয়ত অধ্যাপক হিচাবে যোগদান কৰে। তাত এবছৰতকৈ অধিক দিন অধ্যাপনা কৰাৰ পিছতে তেওঁ যোৰহাট দেৱীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপকহিচাবে যোগদান কৰেহি। নেওগ এই পদত ১৯৬৭

চনলৈ দহবছৰ কাল আছিল। নেওগে এই বিভাগত যোগদান কৰাৰ সময়ত অংশকালীন অধ্যাপক দেবেন্দ্ৰনাথ দত্তৰ বাহিৰে মহা· বিদ্যালয়খনিত অসমীয়া বিভাগত অন্য অধ্যাপক নাছিল। অলপ দিনৰ ভিতৰতে নেওগে অসমীয়া বিভাগটো দ্বিতীয় ভাষা, সম্মান শ্ৰেণী আদিৰে সৈতে এটি পূৰ্ণাংগ বিভাগ কৰি গঢ়ি তুলিলে। তিতাবৰলৈ সাহিত্য-সভাৰ সংগঠনৰ কামত যাওঁতে নৱপ্ৰতিষ্ঠিত তিতাবৰ নন্দনাথ শইকীয়া মহাবিদ্যালয়ত অধ্যাপনা কৰি থকা শ্ৰীসুৰেন্দ্ৰ নাথ বৰদলৈক লগ পাই তেওঁকো মাতি আনি অসমীয়া বিভাগৰ দ্বিতীয় অধ্যাপকৰ নিযুক্তি দিয়ায়। ক্ৰমান্বয়ে শ্ৰীমতী মিনতি হাজৰিকা আৰু শ্ৰীমতী পূণ্য বৰুৱাই এই বিভাগত যোগ দিয়ে আৰু নেওগৰ বিশেষ যত্ন, উদ্যম আৰু তেতিয়াৰ অধ্যক্ষ শ্ৰীঅভয়পদ ভট্টাচাৰ্যৰ উদাৰতাৰ ফলত ১৯৬২ চনৰপৰা দেবীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ত অসমীয়াৰ সম্মান শ্ৰেণী খোলা হয়। উল্লেখযোগ্য যে তেতিয়ালৈকে অসমৰ অতি পুৰণি কলেজ জগন্নাথ বৰুৱা মহাবিদ্যালয়তো অসমীয়া বিভাগত সম্মান শ্ৰেণী খোলা হোৱা নাছিল। নেওগৰ সুযোগ্য পৰিচালনাত দেবীচৰণ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া 'অনাৰ্চ'ৰ ছাত্ৰী-সকলে প্ৰথমৰ কেইবছৰতে যথেষ্ট সুনাম অৰ্জন কৰি নেওগ আৰু কলেজ কৰ্তৃপক্ষক আনন্দ দিছিল। সেইছোৱা কালত নেওগ অসম

সাহিত্য সভাৰ এজন প্ৰধান কৰ্মকৰ্তা আছিল আৰু সততে বাহিৰত কৰ্মব্যস্ত হৈ থাকিবলগা হৈছিল। তথাপি কলেজৰ ছাত্ৰীসকলে যাতে পঢ়া-শুনা বিষয়ত কষ্ট ভুগিব লগা নহয় তাৰবাবে নেওগ সততে তৎপৰ আছিল আৰু ছাত্ৰীসকলৰ অতি শ্ৰদ্ধাভাজন অধ্যাপক আছিল। এই বিভাগত নেওগৰ সহ অধ্যাপক বৰদলৈ, হাজৰিকা আৰু বৰুৱাৰ সহযোগিতা আৰু সহানুভূতিৰ কথাও উল্লেখযোগ্য। এইছোৱা কালত নেওগ কেবাবছৰো দেবীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ আলোচনীৰ উপদেষ্টা আছিল আৰু ছাত্ৰীসকলৰ সাহিত্য চৰ্চাত অনুপ্ৰেৰণা যোগাইছিল। মহাবিদ্যালয়খনিৰ সাহিত্য সংস্কৃতি বিষয়ক আলোচনা-চক্ৰৰ কাৰ্য ছাত্ৰী একতা সভাৰ সাহিত্য চ'ৰাই সম্পাদনা

কৰে। নেওগ সাহিত্য চৰ্চাৰ ভাৰপ্ৰাপ্ত অধ্যাপক আছিল। নেওগ দায়িত্বত থকা কালছোৱাত নেওগৰ বুদ্ধি পৰামৰ্শ অনুযায়ী ছাত্ৰীসকলে কবিতা, নাটক, উপন্যাস আদিৰ ওপৰত কেবাটিও উন্নত পৰ্যায়ৰ আলোচনাচক্ৰ পাতে। আমি নগপোৰা বহুতো প্ৰাক্তন ছাত্ৰীয়ে এতিয়াও তেওঁলোকৰ শ্ৰদ্ধাৰ আৰু মৰমৰ 'চাৰ' নেওগৰ কথা শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সোঁৱৰে।

## দেবীচৰণ বৰুৱা শতবাৰ্ষিকী

যিজন স্বনামধন্য লোকৰ পুণ্য সোঁৱৰণত মহাবিদ্যালয়খনি স্থাপন কৰা হৈছে সেই স্বনামধন্য সিংহ পুৰুষ ৰায়বাহাদুৰ দেবীচৰণ বৰুৱাৰ শতবাৰ্ষিকী উৎসৱ ১৯৬৪ চনত মহাবিদ্যালয় কৰ্তৃপক্ষই ৰাইজৰ সহ-যোগত গাম্ভীৰ্যপূৰ্ণভাৱে পালন কৰে। ৺নেওগ আৰু শ্ৰীসতীশ ৰাজখোৱা দেবীচৰণ বৰুৱা শতবাৰ্ষিকী সমিতিৰ যুটীয়া সম্পাদক আছিল আৰু ৺নেওগ দেবীচৰণ বৰুৱা শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ সম্পাদনা সমিতিৰ আহ্বায়ক আছিল। নেওগৰ বিশেষ তৎপৰতাৰ ফলত ৺মহাদেৱ শৰ্মা, ৺নকুল চন্দ্ৰ ভূঞা, অম্বিকাগিৰি ৰায়চৌধুৰী, শ্ৰীবেণুধৰ শৰ্মা, ৺শৰৎ চন্দ্ৰ গোস্বামী আদি সুপ্ৰসিদ্ধ লেখকসকলৰ প্ৰবন্ধ সংকলিত ইংৰাজী আৰু অসমীয়া প্ৰবন্ধৰে মিহলি আৰু কুৰিটামান সুন্দৰ ছবিৰে সৈতে এখনি উন্নত স্মৃতিগ্ৰন্থ প্ৰকাশ পায়।

## হেৰম্বপ্ৰসাদ বৰুৱা স্মৃতিগ্ৰন্থ

দেবীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ত অধ্যাপনা কৰি থকা কালৰ আন এটি উল্লেখযোগ্য কীৰ্তি হ'ল 'হেৰম্বপ্ৰসাদ বৰুৱা স্মৃতি নিবন্ধ' সম্পদনা। দেবীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ অন্যতম প্ৰতিষ্ঠাতা দাতা অসমৰ এগৰাকী আগশাৰীৰ ধীৰপন্থী ৰাজনৈতিক নেতা আৰু ভাৰতৰ আগশাৰীৰ চাহ খেতিয়ক সিংহপুৰুষ হেৰম্বপ্ৰসাদ বৰুৱাৰ পৰলোক গমনৰ পাছত বৰুৱাদেৱৰ স্মৃতিত এই স্মৃতি নিবন্ধ প্ৰকাশ

কৰা হৈছিল। স্মৃতি নিৱন্ধখনিৰ সম্পাদকস্বৰূপে হৰিপ্ৰসাদ নেওগে কৃতিত্বৰ পৰিচয় দিব পাৰিছে। ১৯৬৮ চনত প্ৰকাশিত এই সু-সম্পাদিত আৰু সু-প্ৰকাশিত গ্ৰন্থখনিত ১৮ টি সুলিখিত প্ৰৱন্ধ, তিনিগৰাকী প্ৰখ্যাত সত্ৰাধিকাৰৰ ( দক্ষিণপাত, আউনীআটী, গড়মুৰ ) শুভাশীষ আৰু ভালে কেইজন বৰেণ্যলোকে বৰুৱাদেৱৰ চৰিত্ৰ আৰু কৰ্মসাধানাৰ ওপৰত দিয়া মন্তব্য আৰু ভালেকেইটি বৰুৱাদেৱৰ সুলিখিত নিৱন্ধ সন্নিবিষ্ট হৈছে। এইখনি উন্নত স্মৃতি নিৱন্ধৰ লেখকসকলৰ ভিতৰত আছে হৰিপ্ৰসাদ বৰুৱা, শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, মহাদেৱ শৰ্মা, শ্ৰীদেবেশ্বৰ শৰ্মা, শ্ৰীমতীজ্ঞান বৰুৱা, শ্ৰীদেৱপ্ৰসাদ বৰুৱা, ৺নীলমণি ফুকন, শ্ৰীলোকেশ্বৰ গোস্বামী, শ্ৰীমুক্তিনাথ বৰদলৈ, শ্ৰীচন্দ্ৰনাথ কলিতা, ৰবীন্দ্ৰৰাম খাউন্দ, পবিত্ৰ গুপ্ত, জ্ঞাননাথ বৰা, আদি আৰু কীথ কেন্টলি, ৺জে. নিকলচ্, জেমচ্ জে-কে উইলিয়মচ, এ,পি,জি আদি হেৰম্বপ্ৰসাদ বৰুৱাৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা ইউৰোপীয়ান বিশেষজ্ঞ সকল। ইযাৰ ভিতৰত শ্ৰীলোকেশ্বৰ গোস্বামীদেৱৰ প্ৰৱন্ধটিয়েই অধিক আহল বহল আৰু বৰুৱাদেৱৰ ব্যক্তিত্ব আৰু সমাজ প্ৰৱণতাৰ সুন্দৰ পৰিচায়ক। গ্ৰন্থখনিত ১৮ খনি সুশোভন ছবি প্ৰকাশ কৰা হৈছে। এই ছবিখিনিয়ে বৰুৱাদেৱৰ প্ৰতিভাৰ অভিজ্ঞতা আৰু চৰিত্ৰৰ বিভিন্ন দিশ প্ৰকাশ কৰিছে। মুঠতে 'উদয়ণ'ৰ হৈ বিভূতি প্ৰকাশ বৰুৱাই প্ৰকাশ কৰা এই সৰ্বাঙ্গসুন্দৰ স্মৃতি নিৱন্ধখনি সম্পাদনা কৰাত সম্পাদক হৰিপ্ৰসাদ নেওগৰ উদাৰ আৰু গুণগ্ৰাহী মনটোৰ পৰিচয় পোৱা যায়।

দেবীচৰণ বৰুৱা ছাত্ৰী-মহাবিদ্যালয়ত অধ্যাপনা কৰি থাকোঁতেই নেওগে ১৯৬২ চনৰ মাৰ্চ মাহ পৰ্যন্ত কেই বছৰমান জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ নৈশ শাখাটো অধ্যাপনা কৰিছিল। ১৯৬২ চনৰ মাৰ্চ মাহত নেওগে গোলাঘাটৰ প্ৰধান শিক্ষাবিদ জীৱন চন্দ্ৰ তামুলীৰ

কন্যা শ্ৰীমতী নিৰুপমাৰ লগত বিবাহ-পাশত আৱদ্ধ হয়। এইছোৱা কালতে তেওঁ অসম সাহিত্য সভাৰো সহকাৰী সম্পাদক হৈ থকা কামৰ হেঁচাত পৰি জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ নৈশ শাখাৰ অধ্যাপনাৰপৰা অব্যাহতি লয়।

১৯৬৮ চনত নেওগে নৱ'প্ৰতিষ্ঠিত, মৰিয়ণি মহাবিদ্যালয়ৰ অধ্যক্ষ পদ গ্ৰহণ কৰিবলৈ দেৱীচৰণ বৰুৱা মহাবিদ্যালয়ৰপৰা বিদায় লৈ যায়। গুণী, উদাৰ আৰু কৰ্মকুশল অধ্যাপক নেওগক বিদায় সম্বৰ্দ্ধনা দিবৰ বাবে দেৱীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ত এখনি গাম্ভীৰ্য-পূৰ্ণ বিদায় সভা পতা হৈছিল। উক্ত সভা বৰ আৱেগিক হৈ উঠিছিল। অতি মৰম আৰু শ্ৰদ্ধাৰ 'নেওগ চাৰ'ক বিদায় দিবলৈ ওলায় কোমল, প্ৰাণা ছাত্ৰীসকলে হুক-হুক কৰে কান্দি পেলাইছিল। অতি মৰমৰ মহাবিদ্যালয়খনি এৰি যাবলগা হোৱাত আবেগত নেওগৰ চকুৰ পানী বৈ গৈছিল।

## মৰিয়ণি মহাবিদ্যালয়ৰ অধ্যক্ষ পদত নেওগ

নেওগে ১৯৬৬-৬৮ চনৰ বছৰ দুটা দেৱীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ত অধ্যাপনা কৰি থকা কালতে সম্মানিতভাৱে (Honourary) নৱস্থাপিত মৰিয়ণি মহাবিদ্যালয়ৰ অধ্যক্ষস্বৰূপেও কাম কৰি আছিল। ১৯৬৬ চনৰ জুনৰপৰা ১৯৬৮ চনৰ জুনলৈ দুবছৰ এইদৰেই বহু কষ্টৰ মাজেদি কাম চলাব লগা হৈছিল। মৰিয়ণি যোৰহাটৰপৰা ১৬ কিলোমিটাৰ দূৰ। তদুপৰি সেইছোৱা নেওগ অসম সাহিত্য সভাৰো প্ৰধান সম্পাদক আছিল আৰু বেজবৰুৱা শতবাৰ্ষিকীৰ প্ৰস্তুতিও পূৰ্ণোদ্যমে চলি আছিল। নেওগে সেইছোৱা কালত কিমান অনলসভাৱে কাম কৰিব লগা হৈছিল তাক অনুমান কৰাও টান। ১৯৬৮ চনৰ জুন মাহত নেওগে দেৱীচৰণ বৰুৱা মহাবিদ্যালয়

ত্যাগ কৰি পূৰ্ণকালীন অধ্যক্ষ স্বৰূপে মৰিয়ণি মহাবিদ্যালয়ত যোগদান কৰে। তেতিয়া এই মহাবিদ্যালয়ৰ সম্পাদক আছিল শ্ৰীতুলাৰাম দত্ত (প্ৰধান শিক্ষক, মৰিয়ণি মহাদেৱ আগৰৱালা উচ্চ মাধ্যমিক বিদ্যালয়) আৰু শ্ৰীসৰ্বেশ্বৰ বৰদলৈ (এম-এল-এ)। নেওগে সম্পূৰ্ণভাৱে উক্ত মহাবিদ্যালয়ত যোগদান কৰিয়েই কৰ্ম-কৰ্তাসকলৰ লগত পুঁজি সংগ্ৰহত ওলাইছিল; পুঁজি সংগ্ৰহ আৰু সংগঠন বিষয়ত নেওগৰ ব্যুৎপত্তিৰ কথা ইতিমধ্যেই সৰ্বজনবিদিত হৈ পৰিছিল। ইয়াৰ আগতে অবৈতনিক অধ্যক্ষ পদত থাকোঁতে কৰ্মবহুলতাৰ কাৰণে নেওগে অৱশ্যে নিয়মীয়াকৈ উক্ত মহাবিদ্যালয়লৈ যাব পৰা নাছিল। তথাপি, নতুন মহাবিদ্যালয়খনিৰ সুখ্যাতি বৃদ্ধিত তেওঁৰ নামটোৱেই কাম কৰিছিল। ১৭০ জন ছাত্ৰ-ছাত্ৰীৰে সৈতে মৰিয়ণি মহাবিদ্যালয়খনিৰ প্ৰাক্-বিশ্ববিদ্যালয় (Pre-University) শ্ৰেণীৰ দিবা আৰু নৈশ শাখা খোলা হৈছিল। কিন্তু সোনকালে ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি ১৯৬৯ চনত নৈশ শাখা বাদ দিও ২৩৭ জন ছাত্ৰ-ছাত্ৰী হৈছিল। নেওগে ৬০০ (ছশ) টকা মাহিলি পাৰিতোষি-কত ১৯৬৮ চনত পূৰ্ণকালীন অধ্যক্ষ হিচাবে মহাবিদ্যালয়খনিত যোগদান কৰিয়েই চৰকাৰী মঞ্জুৰীৰ বাবে মহাবিদ্যালয়ৰ উদ্যোক্তা সকলৰ লগতে চৰকাৰক টানি ধৰে আৰু ১৯৬৯ চনৰ বছৰটোত ৮ হেজাৰ টকাৰ পৰিপূৰণ মঞ্জুৰী (Maintainance grant) আনে। নেওগৰ কাৰ্যকালৰ ভিতৰতে মহাবিদ্যালয়খনিৰ নতুন ভৱন উন্মোচন কৰা হয়।

নেওগ অধ্যক্ষ হৈ থকা কালতে মহাবিদ্যালয়খনিয়ে বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰাৰ উপৰিও স্নাতক শ্ৰেণী খোলা হয়। মহা-বিদ্যালয়খনিৰ পুঁজি সংগ্ৰহ কাৰ্যত কৰ্মকৰ্তাসকলৰ উপৰিও শ্ৰীবিনন্দ বৰা, শ্ৰীনগেন বৰা, শ্ৰীনৰেন বৰুৱা আদিৰ উদ্যম প্ৰশংসনীয়। মৰিয়ণি চাহ বাগিচাৰ মেনেজাৰ এইচ-ডব্লিউ স্কেলটন আৰু এজন বৃটিছ

ডাক্তৰৰ এই বিষয়ত অৱদান স্মৰণীয়। মহাবিদ্যালয়খনিৰ আৰম্ভণিৰ কালছোৱাত ত্যাগৰ ভিত্তিত অধ্যাপনা কৰি মহাবিদ্যালয়খনিক পূৰ্ণাঙ্গ ৰূপ দিয়াত উল্লেখযোগ্য বৰঙনি যোগোৱা অধ্যাপকসকল আছিল (সৰ্বশ্ৰী) দিব্যপৱন বৰুৱা, বিমান বৰবৰা, বি-কে চৌধুৰী, ভদ্ৰক কাকতি, অমৰ চাবোৱান, প্ৰফুল্ল মহন্ত, প্ৰদীপ বৰুৱা, এচ,এন পাঠক আদি। মৰিয়ণি মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা অধ্যক্ষস্বৰূপে এই মহাবিদ্যালয়ৰ চিৰন্তন ইতিহাসৰ পাতত প্ৰতিষ্ঠাতা অধ্যক্ষ হৰিপ্ৰসাদ নেওগৰ নামো সোণোৱালী আখৰেৰে লেখা থাকিব।

## ডিব্ৰুগড় বিশ্ববিদ্যালয়ত নেওগ

এইদৰে মৰিয়ণি মহাবিদ্যালয়খনি গঢ় দি থাকোঁতেই নেওগলৈ পুনৰ আহ্বান আহিল ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা। স্নাতক শ্ৰেণী পৰ্যন্ত আঞ্চলিক ভাষাত বিশ্ববিদ্যালয়ৰ শিক্ষা দিয়া নীতি অৱশেষত ১৯৭০ চনত অসম চৰকাৰে গ্ৰহণ কৰিলে আৰু বিজ্ঞান, বাণিজ্য কলা বিষয়ৰ বহু সংখ্যক পাঠ্যপুথি আঞ্চ-লিক ভাষাত প্ৰণয়ন কৰাৰ প্ৰয়োজনীয়তা আহিল। ডিব্ৰুগড় বিশ্ববিদ্যালয়েও পাঠ্যপুথি প্ৰণয়ন সমিতিৰ 'সচিব' পদ এটিৰ সৃষ্টি কৰি অসম সাহিত্য সভাৰ সুদীৰ্ঘকাল প্ৰধান সম্পাদকৰ পাছত থাকি বহুসংখ্যক পুথিৰ সংকলন, সম্পাদনা আৰু প্ৰকাশ কৰি আৰু নিজেও পুথি ৰচনা কৰি পূৰ্বৰ অভিজ্ঞতা লাভ কৰা আৰু অসামান্য সংগঠন শক্তিৰ ইতিমধ্যে পৰিচয় দি যোৱা হৰিপ্ৰসাদ নেওগকে এই দায়িত্ব-সম্পন্ন পদটিৰ বাবে নিৰ্বাচন কৰিলে। নেওগেও এই পদ অসংকোচে গ্ৰহণ কৰি জীৱনৰ শেষ দিন পৰ্যন্ত প্ৰায় তিনিবছৰ কাল নিষ্ঠাৰে কৰ্তব্য পালন কৰি প্ৰাক্-স্নাতক পৰ্যায়ৰ বহুতো পাঠ্যপুথি সুবিজ্ঞ পণ্ডিতমণ্ডলীৰদ্বাৰা লেখাই আৰু সংকলন, সম্পাদনা, সংশোধন কৰাই দক্ষপ্ৰজ্ঞা আৰু দক্ষতাৰে কাম কৰি বিশ্ববিদ্যালয়ক উন্নতিৰ

বাটত এখোজ আগবঢ়াই থৈ গ'ল। এই কার্যত নেওগে বহুতো ঘূৰাঘূৰি কৰিবলগা হৈছিল। সততে পাঠ্যপুথি প্ৰণেতাসকলক আৰু ছাপাখানাক তাগাদা দি থাকিবলগা হৈছিল। নিজে গৈ বা চিঠিপত্ৰ, টেলিফোন, টেলিগ্ৰাম, আদিৰ যোগেদি। নেওগৰ পূৰ্বৰ অভিজ্ঞতাসমূহে এই কার্যত বিশেষ সহায়তা কৰিছিল আৰু নিজৰ স্বাস্থ্যলৈ আওকাণ কৰিও নেওগে নিষ্ঠাৰে সৈতে এই দায়িত্বপূৰ্ণ কামটিত খাটিছিল। অতি তৎপৰতাৰে যথা সময়ত এলানি উপযুক্ত অসমীয়া পাঠ্যপুথি উলিয়াই দিব পাৰি নেওগে ডিব্ৰুগড় বিশ্ববিদ্যালয় তথা অসমীয়া ভাষাৰ মান ৰক্ষা কৰিব পাৰিলে। নেওগৰ আধকৰা কৰ্ম-জীৱনত এয়ে আছিল শেষ আৰু অপূৰণীয় ভূমিকা।

চাৰিগাওঁ সাহিত্য পৰিষদ আৰু নেওগ

১৯৫৮ চনত জনবহুল আৰু বিস্তৃত অঞ্চল জোৰা চাৰিগাওঁ মৌজাৰ সাহিত্যসংস্কৃতি-প্ৰেমী লোকসকল সমবেত হৈ "চাৰিগাওঁ সাহিত্য পৰিষদ" নামে এটি আকৰ্ষণীয় সাহিত্য অনুষ্ঠান স্থাপন কৰে। এই অনুষ্ঠানৰে friend, philosopher and guide আছিল হৰি-প্ৰসাদ নেওগ। নেওগে প্ৰথম তিনিবছৰলৈ এই অনুষ্ঠানৰ সভাপতি পদ বহন কৰিছিল। নেওগৰ পাছতে সভাপতিৰ পদ বহন কৰিছিল চাৰিগাওঁ মৌজাৰ এজন নীৰৱ আৰু প্ৰাণৱন্ত সমাজসেৱক আৰু সাহিত্য-সাংস্কৃতিপ্ৰাণ লোক ৺কৃষ্ণপ্ৰসাদ দত্তই। দত্তৰ পাছত দুজন সভাপতি শ্ৰীজগন্নাথ বৰুৱা আৰু ৺জয়চন্দ্ৰ বৰুৱা। চাৰিগাওঁ সাহিত্য পৰি-ষদৰ সম্পাদকৰ পদ বহন কৰোঁতাসকলৰ ভিতৰত শ্ৰীযোগেন্দ্ৰনাথ নেওগ, শ্ৰীজিতেন্দ্ৰনাথ শইকীয়া, শ্ৰীচন্দ্ৰনাথ শৰ্মা নেওগ, শ্ৰীদুৰ্গে-শ্বৰ বৰাৰ নাম উল্লেখযোগ্য। অধ্যাপক শ্ৰীঅমিয় কুমাৰ শৰ্মা, শ্ৰীমতী হিৰন্ময়ী বৰা, শ্ৰীৰূপেশ্বৰ হাজৰিকা আদি অনেক সাহিত্য-প্ৰেমী লোকে ইয়াত নীৰৱে অৰিহণা যোগাই আহিছে। সকলো উৎসাহ আৰু প্ৰেৰণাৰ মূলত আছিল হৰিপ্ৰসাদ নেওগ।

চাৰিগাওঁ সাহিত্য পৰিষদৰ প্ৰথম অধিবেশন অতি উলহ-মালহেৰে ১৯৬০ চনত সু-সাহিত্যিক পদ্মধৰ চলিহাদেৱৰ সভাপতিত্বত বহিছিল। বাগ্মীবৰ ৺নীলমণি ফুকন, ডিম্বেশ্বৰ নেওগ আৰু পদ্মশ্ৰী আনন্দচন্দ্ৰ বৰুৱাদেৱক চাৰিগাওঁ সাহিত্য পৰিষদৰ অত্যন্ত উলহ-মালহেৰে বহা বাৰ্ষিক অধিবেশনত সাহিত্যিক সম্বৰ্দ্ধনা জনোৱা হৈছিল। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীবেণুধৰ শৰ্মা, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, ৺নকুল চন্দ্ৰ ভূঞা, চন্দ্ৰনাথ কলিতা, শ্ৰীমহেশচন্দ্ৰদেৱ গোস্বামী, শ্ৰীযোগেশ দাস আদি বিশিষ্ট সাহিত্যিকসকলে চাৰিগাঁও সাহিত্য পৰিষদৰ বাৰ্ষিক অধিবেশন সমূহত যোগ দি গাম্ভীৰ্য বৃদ্ধি কৰিছিল। চাৰিগাওঁ সাহিত্য পৰিষদে প্ৰথম বছৰতে অসম সাহিত্য সভাৰ শাখা-সভা হিচাবে স্বীকৃতি পায়। ১৯৫৯ চনত প্ৰখ্যাত কবি-সাহিত্যিক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত নগাঁৱত বহা অসম সাহিত্য সভাৰ মুকলি অধিবেশনলৈ প্ৰতিনিধি হিচাবে এয়া প্ৰথম গৈয়ে নেওগ সকলোৰে চকুত পৰিল আৰু সেই বাৰেই অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক নিৰ্বাচিত হ'ল।

উল্লখযোগ্য যে সুবিস্তৃত এলেকাৰ জনবহুল চাৰিগাওঁ মৌজাক অসম সাহিত্য সভাৰ এটি শাখাই সামৰিব নোৱাৰাত এতিয়া আগৰ চাৰিগাওঁ সাহিত্য পৰিষদৰ পৰিৱৰ্ত্তে চাৰিখন শাখা সাহিত্য সভাৰ সৃষ্টি হৈছে —(১) কেন্দুগুৰি সাহিত্য সভা, (২) চাৰিগাওঁ সাহিত্য সভা, (৩) বাহনা সাহিত্য সভা, ৪) সৰ্বোদয় সাহিত্য সভা, বাঘমৰা)। মুঠতে চাৰিগাওঁ মৌজাৰ সাহিত্যপ্ৰেমী ৰাইজক যে অসম সাহিত্য সভাৰ কৰ্মস্থলীৰ ভিতৰত নিকপ্‌কপীয়াকৈ এসময়ত সুমাই লোৱা হৈছিল তাৰ মূলতে আছিল সাহিত্যপ্ৰেমী হৰিপ্ৰসাদ নেওগৰ কৰ্মোদ্যম আৰু সংগঠন শক্তি।

### বেৰকান্ত বৰুৱা উচ্চ ইংৰাজী বিদ্যালয় আৰু নেওগ

হৰিপ্ৰসাদ নেওগে এসময়ত কেন্দুগুৰিৰ বেৰকান্ত বৰুৱাৰ পাব্লিক মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষকতা কৰাৰ কথা আগতে কৈ

অহা হৈছে। ১৯৫৯ চনত নেওগ দ্বিতীয়বাৰৰ কাৰণে এই বিদ্যালয়ৰ লগত জড়িত হৈ পৰিব লগা হ'ল। নেওগ তেতিয়া দেবীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক, অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক আৰু চাৰিগাওঁ সাহিত্য পৰিষদৰ সভাপতি। তেওঁ কেন্দুগুৰিৰ ঘৰৰপৰাই মহাবিদ্যালয় আৰু অসম সাহিত্য সভাৰ প্ৰধান কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনলৈ অহা-যোৱা কৰে। এই বছৰতে স্থানীয় বিদ্যোৎসাহী ৰাইজে পুৰণি আৰু সুপ্ৰতিষ্ঠিত বিদ্যালয়খনিৰ উচ্চ ইংৰাজী শাখা এটি আৰম্ভ কৰাৰ কথা বিবেচনা কৰে। নেওগ তেতিয়া মধ্য ইংৰাজী বিদ্যালয়খনৰ পৰিচালনা সমিতিৰ সম্পাদকো আছিল। সভাপতিৰ পদত আছিল শ্ৰীচক্ৰধৰ মহন্ত। উচ্চ ইংৰাজী শাখাৰ বাবে অধ্যাপক শ্ৰীঅমিয় কুমাৰ শৰ্মাক সভাপতি আৰু হৰিপ্ৰসাদ নেওগক সম্পাদকস্বৰূপে লৈ আন এখনি পৰিচালনা সমিতি গঠন হ'ল। নতুনকৈ গঢ়ি তোলা উচ্চ ইংৰাজী শাখাটোৰ পৰিচালনা সমিতিৰ সম্পাদকৰ দায়িত্বত নেওগ ১৯৬৭ চন পৰ্যন্ত আছিল। বিদ্যালয়খনিয়ে পূৰ্ণাংগ উচ্চ ইংৰাজী বিদ্যালয়হিচাবে গঢ় লোৱাতহে নেওগে উক্ত গুৰুত্বপূৰ্ণ দায়িত্বৰপৰা অব্যাহতি লয়। বিদ্যালয়খনি গঢ় দিয়াৰ কাৰ্যত মধ্য ইংৰাজী শাখাৰ সংগঠনপটু প্ৰধান শিক্ষক (বৰ্তমান তেওঁৱেই পূৰ্ণাংগ উচ্চ ইংৰাজী বিদ্যালয়খনিৰো প্ৰধান শিক্ষক) শ্ৰীৰূপেশ্বৰ হাজৰিকা আৰু অন্যান্য শিক্ষক সকলৰ অৱদান স্মৰণীয় হৈ ৰ'ব। মানুহে কথাতে কয় "নাও উঠোতে ডুবে আৰু নামাতে ডুবে।" যিকোনো ৰাজহুৱা অনুষ্ঠান এটি (বিশেষকৈ শিক্ষানুষ্ঠান) প্ৰথমতে আৰম্ভ কৰা কামটো বৰ টান। তাৰ বাবে লাগে ঐকান্তিকতা, ত্যাগ, আৰু কৰ্মনিষ্ঠা। হৰিপ্ৰসাদ নেওগকে মুখ্য কৰি বিদ্যালয়খনিৰ উদ্যোক্তা সকলৰ গাত এইখিনি গুণ আছিল বাবেই অতি কম দিনৰ ভিতৰত বেৰকান্ত বৰুৱা উচ্চ ইংৰাজী বিদ্যালয় এখনি আদৰ্শ আৰু চকুতে লগা উচ্চ বিদ্যালয়ত পৰিণত হ'ল। উল্লেখযোগ্য যে বিদ্যালয়খনিৰ উচ্চ শাখা আৰম্ভ কৰাৰ কালছোৱাত পৰিচালনা সমিতিৰ সভাপতি আৰু সম্পাদক অধ্যাপক শৰ্মা আৰু অধ্যাপক নেওগে অবৈতনিক

তাৰে নিজেও কিছু পঢ়াইছিল। নেওগৰ গাত 'সেই কালত থকা কেইবাটিও গধুৰ দায়িত্বৰ কথা ইতিপূৰ্বে কৈ অহা হৈছে। এইবোৰ গধুৰ দায়িত্বৰ উপৰিও নেওগে কেনেকৈ উক্ত বিদ্যালয়তো এঘণ্টাকৈ পঢ়ুৱাবলৈ সময় উলিয়াব পাৰিছিল ভাবিলে আচৰিত যেন লাগে। সময় আৰু শক্তিৰ সততে সদব্যৱহাৰ কৰা আৰু জীৱন-মৰণ কৰিও সমাজ আৰু দহৰ হকে খটা এয়ে আছিল নেওগৰ জীৱনৰ নীতি আৰু এই নীতিকে তেওঁ জীৱনৰ শেষ মুহুৰ্তলৈকে আখৰে আখৰে আৰু দেহে-কেহে পালন কৰি গ'ল। আড়ম্বৰ বাহ্যিকতা শূন্য জীৱন চৰিত্ৰৰ সংযম আৰু আজন্ম সমাজ প্ৰৱণতা গুণৰ বাবেই নেওগৰ এইখিনি অৱদান সম্ভৱ হৈছিল। অকল ইমানেই নহয় নেওগে প্ৰথম অৱস্থাত বিদ্যালয়খনিৰ বাবে টকা-সিকা তোলা, সভা-সমিতি পতা, মঞ্জুৰীৰ বাবে চৰকাৰৰ ওচৰত ঘনাই আৱেদন-নিবেদন কৰা আৰু বিদ্যালয়খনিৰ সুপৰিচালনাত সৰ্বতোভাৱে আত্মনিয়োগ কৰিছিল।

এইখিনিতে এটি কথা উল্লেখযোগ্য যে নেওগৰ দৰে সমাজপ্ৰৱণ সংগঠনপটু আৰু চৰিত্ৰবান লোকৰ সুযোগ্য নেতৃত্ব আৰম্ভণিতেই লাভ কৰি বেৰকান্ত বৰুৱা উচ্চ ইংৰাজী বিদ্যালয় বহু বিষয়ত এখনি আদৰ্শ বিদ্যালয়ত পৰিণত হয়। এই বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী সকলৰ আৰু ছাত্ৰ-ছাত্ৰীসকলৰ সমাজ প্ৰৱণতা, পৰিস্কাৰ-পৰিচ্ছন্নতা, সৌন্দৰ্য বোধ, নিয়ম-শৃংখলা আদি চকুত চমক লগা। চাৰিগাওঁ সাহিত্য পৰিষদৰ জনবহুল মুকলি অধিৱেশনসমূহ দুই-তিনিদিনীয়া কাৰ্য-সূচীৰে এই বিদ্যালয় প্ৰাঙ্গণতে ৰভাতলত বহিছিল। এই সন্মিলন-সমূহত যোগদান কৰিবলৈ আমাৰে সৌভাগ্য ঘটিছিল। সভাৰ শেষ-লৈকে কাণপাতি বক্তৃতা শুনি হাইউকমি নকৰাকৈ বহিথকা ছাত্ৰ-ছাত্ৰী (ছাত্ৰীসকল ওচৰৰ সৰোজিনীদেৱী উচ্চ বালিকা বিদ্যালয়ৰ) সকলক দেখি আমি মুগ্ধ হৈছিলোঁ। এতিয়াও কেন্দুগুৰি সাহিত্য সভাৰ

বাৰ্ষিক অধিৱেশন আৰু অন্যান্য বহুতো শিক্ষা সংস্কৃতিমূলক অনুষ্ঠানৰ অধিৱেশন এই বিদ্যালয় প্ৰাঙ্গণতে বহে। সেই একেই নিয়ম-শৃংখলা আৰু কৰ্তব্যপৰায়ণতা আমি আজিও দেখা পাওঁ।

অসম ট্ৰাংকৰোডৰ কাষতে সুদীৰ্ঘ ঘৰছুৱাৰ আৰু সুন্দৰ বিদ্যালয় প্ৰাঙ্গণেৰে সৈতে এই উচ্চ ইংৰাজী বিদ্যালয়ে বহুতৰে প্ৰাণত নিশ্চয় আশা আৰু প্ৰেৰণাৰ সঞ্চাৰ কৰিছে। এই আদৰ্শ বিদ্যালয়খনিৰ উচ্চ শাখা প্ৰতিষ্ঠাত আপুৰুগীয়া বৰঙনি থকা শিক্ষা-সাহিত্য-সংস্কৃতি-প্ৰেমী আজীৱন সমাজসেৱী হৰিপ্ৰসাদ নেওগৰ নামো বিদ্যালয়খনিয়ে অমৰ কৰি ৰাখিব।

## অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক হৰিপ্ৰসাদ নেওগ

হৰিপ্ৰসাদ নেওগ অসম সাহিত্য সভাৰ সপ্তবিংশ নগাওঁ অধিৱেশনতে সহকাৰী সম্পাদক নিৰ্বাচিত হয়। নেওঁগে নিৰ্বাচিত হোৱা সম্পৰ্কত সেই অধিৱেশনতে (১৯৫৯) অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হোৱা অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ লিখনিৰপৰাই তলৰ কথাখিনি তুলি দিয়া হ'ল।

"অসম সাহিত্য সভাৰ সপ্তবিংশ (নগাওঁ) অধিৱেশনৰ বিষয়বাছনি সভা বহিছে। সভাপতি শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাদেৱ। বিভিন্ন কাৰ্য-সূচীৰ পাছত নতুন বিষয়ববীয়া নিৰ্বাচনৰ পাল পৰিল। মোৰ নাম প্ৰধান সম্পাদকৰূপে প্ৰস্তাৱিত হোৱাত সমস্যা হ'ল একজন উপযুক্ত লোকক বাছি লোৱাত। কিয়নো এইজন লোকেই সহকাৰী সম্পাদক হ'ব। যোৰহাটৰ প্ৰতিনিধিৰ ভিতৰত একজন লোকক

মোৰ দৃষ্টি পৰিল। মানুহজনক চিনি পালেও বৰ বেছি ঘনিষ্ঠতা নাই। তথাপি সাহিত্য সভাৰ একালৰ কৰ্মী ৺ব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপূজাৰীক উক্ত মানুহজনক বাহিৰলৈ মাতি আনিবলৈ অনুৰোধ কৰিলোঁ। মই মানুহজনক সুধিলোঁ — 'আপুনি কেন্দ্ৰীয় কাৰ্যালয়ৰ সহকাৰী সম্পাদক হ'বলৈ আপত্তি আছেনে? যদি নাই তেন্তে মই আপোনাৰ নামটি সভাৰূপে প্ৰস্তাৱ কৰোঁ।' তেওঁ আপত্তি নাই বুলি কোৱাত তেওঁৰ নামটি প্ৰস্তাৱ কৰোঁ। এইজন লোকেই হ'ল হৰিপ্ৰসাদ নেওগ। তেওঁ ১৯৫৯ চনত নগাঁও অধিৱেশনত .যোৰহাটৰ প্ৰতিনিধিস্বৰূপে প্ৰথমবাৰ সাহিত্য সভাৰ অধিৱেশনত যোগ দিয়ে। ইতিপূৰ্বেই তেওঁ ছাত্ৰ সম্মিলনত (কংগ্ৰেছী) সক্ৰিয় অংশ গ্ৰহণ কৰিছিল; প্ৰজা চচিয়েলিষ্ট দলৰ সভ্য আছিল; ব্যক্তিগত প্ৰচেষ্টা'ত 'জোৱাৰ' আলোচনী উলিয়াইছিল; কিন্তু অসম সাহিত্য সভাৰ অধিৱেশন প্ৰতিনিধিত্ব কৰাৰ সুবিধা পোৱা নাছিল। আনকি ১৯৫৩ চনৰ ডিচেম্বৰত অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিৱেশনত (যোৰহাটত) তেওঁ দৰ্শক হিচাবেহে যোগ দিছিল। ..............

নগাঁও অধিৱেশনত যেতিয়া আমি প্ৰধান সম্পাদক নিৰ্বাচিত হওঁ তেতিয়া দায়িত্ব সম্পাদন কামত এজন সহকাৰী বাছি উলিওৱাটো আমাৰ কাৰণে দুৰূহ আছিল। সৌভাগ্যক্ৰমে যিজন লোকক সহকৰ্মীৰূপে বাছি ললোঁ সেইজনে নিজ প্ৰতিভা আৰু কৰ্মদ্বাৰা যোগ্যতাৰ প্ৰমাণ কৰিলে।

নগাঁও অধিৱেশনত অসম সাহিত্য সভাৰ লগত জড়িত হৈ হৰিপ্ৰসাদ নেওগে অসম সাহিত্য সভাক বিভিন্ন দায়িত্বত সেৱা কৰে। তেওঁ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি নিজৰ দায়িত্ব পালনত সৰ্বতোভাৱে সেৱা কৰিছিল। তেওঁ সভতে শাখা-সভাৰ লগত যোগাযোগ কৰিছিল আৰু সভাৰ সংগঠনত তৎপৰ হৈছিল।"

## অসম সাহিত্য সভা পত্রিকা : ত্রিংশ বছৰ দ্বিতীয় সংখ্যা

ইয়াৰ এবছৰৰ পাছত ১৯৬০ চনত অসম সাহিত্য সভাৰ পলাশবাৰী (মির্জা)ত বহা অষ্টাবিংশ অধিবেশনত ডঃ মহেশ্বৰ নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীৰ সভাপতিত্বত বহা এই অধিবেশনতে সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰ কাৰ্যকাল দুবছৰীয়া কৰা হয় আৰু হৰিপ্ৰসাদ নেওগো আগন্তুক দুবছৰৰ বাবে সহকাৰী সম্পাদক নিৰ্বাচিত হয়। এই দুবছৰ কাল প্ৰধান সম্পাদক ডঃ নেওগ গুৱাহাটীত থকাত হৰিপ্ৰসাদ নেওগেই অসম সাহিত্য সভাৰ প্ৰধান কাৰ্যালয় যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ সকলো কাৰ্য পৰিচালনা কৰিব লগা হৈছিল। তেওঁ দিনে ৬।৭ ঘণ্টালৈকে সন্দিকৈ ভৱনতে কটাব লগা হৈছিল। গাঁৱে-ভূঞে, নগৰে-চহৰে, পৰ্বতে-ভৈয়ামে শাখা-সভা সংগঠনত নেওগে বৰ জোৰ দিছিল আৰু তেওঁৰ যত্নতেই বহুত ঠাইত নতুনকৈ শাখা-সভা গঠন হৈছিল। প্ৰধান কাৰ্যালয়ৰ সকলো কাৰ্য পৰিচালনাৰ উপৰিও নেওগে প্ৰধান সম্পাদক ডঃ নেওগৰ নিৰ্দেশমতে বহুবাৰ বিভিন্ন ঠাইলৈ গৈ সংগঠনৰ কাম কৰিছিল।

১৯৬১ চনৰ ১৬ এপ্ৰিলৰপৰা সাহিত্য সভাৰ এটি সজাতি দলে টিৰাপ সীমান্ত অঞ্চল পৰিভ্ৰমণ কৰিছিল। সাহিত্য সভাৰ শুভেচ্ছা জ্ঞাপক এই দলটিত আছিল প্ৰধান সম্পাদক ডঃ নেওগ, সহকাৰী সম্পাদক হৰিপ্ৰসাদ নেওগ আৰু শ্ৰীলীলা গগৈ। সেই বছৰৰে ডিচেম্বৰৰ শেষ সপ্তাহত ঠেটুৱৈ ধৰা জাৰৰ মাজতে সাহিত্য সভাৰ এটি সন্দেহবাদী দল লোহিত সীমান্তলৈ সাহিত্য সভাৰ শুভেচ্ছা-বাণী কঢ়িয়াই নিছিল। এই দলটিত আছিল ডক্টৰ মহেশ্বৰ নেওগ,

শ্ৰীপৰাগ চলিহা, ৺হৰিপ্ৰসাদ নেওগ আৰু শ্ৰীলীলা গগৈ। উল্লেখ-যোগ্য যে অৰুণাচল ভ্ৰমণকাৰী এই সাহিত্যিক দলটিৰ প্ৰতিজন সদস্যই ভ্ৰমণ অভিজ্ঞতা সম্পৰ্কে আৰু অৰুণাচলৰ জনসাধাৰণৰ বিৱৰণ আৰু আচাৰ-ব্যৱহাৰ আদিক লৈ বিভিন্ন প্ৰবন্ধ লেখি অৰুণাচলৰ লগত আমাৰ সম্প্ৰীতিৰ বান্ধোন স্মৰণীয় কৰি ৰাখিছে।

১৯৬২ চনত নেওগে বাগ্মীবৰ ৺নীলমণি ফুকন আৰু অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ সৈতে অসম সাহিত্য সভাৰ সম্প্ৰীতি দলৰ সভ্যহিচাবে কাছাৰ জিলা ভ্ৰমণ কৰে। কাছাৰ ভ্ৰমণৰ এই আপুৰুগীয়া অভিজ্ঞতাৰ কথা বিশেষকৈ তাৰ অসমীয়া গাওঁবিলাকৰ কথা বাগ্মীবৰ ফুকনে আমাৰ আগত প্ৰাণৱন্ত ভাষাৰে কৈছিল। এই ভ্ৰমণে কাছাৰত বাস কৰি থকা ২৪ খন অসমীয়া গাঁৱৰ ৰাইজক যেনেকৈ অনুপ্ৰাণিত কৰিছিল বঙালী ভাষা-ভাষী-সকলৰ মাজতো সেইদৰেই আলোড়নৰ সৃষ্টি কৰিছিল। তেতিয়াৰ পৰাই কাছাৰ জিলাত অসম সাহিত্য সভাৰ আৰু অসমীয়া ভাষাৰ প্ৰতিপত্তি বাঢ়ে আৰু পাছত হৰিপ্ৰসাদ নেওগে প্ৰধান সম্পাদকৰ দায়িত্ব লৈও কাছাৰ জিলাৰ প্ৰতি বিশেষ মনোযোগ দিয়া দেখা গৈছিল। ১৯৬২ চনৰপৰা হৰিপ্ৰসাদ নেওগে অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকৰ দায়িত্বৰ উপৰিও ৰাধাকান্ত সন্দিকৈ স্মৃতি সমিতিৰ সম্পাদকৰ দায়িত্ব বহন কৰিব লগা হৈছিল।

১৯৬৩ চনত অসম সাহিত্য সভাৰ নাজিৰা অধিৱেশনত ডঃ মহেশ্বৰ নেওগ অসম সাহিত্য সভাৰ আগন্তুক দুবছৰৰ বাবে প্ৰধান সম্পাদকৰ পদত পুনৰ নিৰ্বাচিত হয়। ইতিমধ্যে গুৱাহাটীত অসম সাহিত্য সভাৰ দ্বিতীয় কাৰ্যালয় ভগৱতীপ্ৰসাদ বৰুৱা ভৱন স্থাপন হোৱাত উক্ত কাৰ্যালয়ৰ লগত জড়িত হৈ থাকিব পৰাকৈ দ্বিতীয় এজন সহকাৰী সম্পাদকৰ প্ৰয়োজন হৈ উঠাত শ্ৰীহেমন্ত কুমাৰ

শৰ্মা (বৰ্ত্তমান ডঃ হেমন্তকুমাৰ শৰ্মা) হৰিপ্ৰসাদ নেওগৰ লগত মুটীয়াভাৱে সহকাৰী সম্পাদক নিৰ্বাচিত হয়।

১৯৬৪ চনত শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ ডিগবৈ অধিৱেশনত বিষয়ববীয়াৰ কোনো সাল-সলনি ঘটোৱা নাছিল। এইদৰে ১৯৫৯ চনৰপৰা ১৯৬৫ চনলৈ প্ৰায় ছবছৰ কাল হৰিপ্ৰসাদ নেওগ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকৰ পদত থাকি অনুষ্ঠানটিৰ সকলো দিশৰ লগত পৰিচিত হৈ পৰিছিল। নেওগৰ সংগঠন শক্তি আৰু কৰ্মপটুতাই সকলোকে মুগ্ধ কৰিছিল আৰু অসম সাহিত্য সভাৰ প্ৰায় প্ৰত্যেক কৰ্মীয়েই তেওঁৰ গুণমুগ্ধ হৈ পৰিছিল। অসম সাহিত্য সভাৰ প্ৰধান কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ লগত ছবছৰ কাল ঘনিষ্ঠভাৱে জড়িত হৈ থাকি তেওঁ সাহিত্য সভাৰ প্ৰতিটো খুটিনাটি কথাকেই জানিছিল আৰু শাখা-সভাসমূহৰ সম্পাদকসকলেও প্ৰধানকৈ তেওঁৰ লগতে বেছি-ভাগ বিষয়ৰ যোগাযোগ ৰাখিছিল। নেওগে অসমৰ ভিতৰে বাহিৰে থকা শাখা-সভাসমূহৰ বহুতলৈকে নিজে গৈ সংগঠন বিষয়ত সহায় কৰি উৎসাহ উদগনি দি আহিছিল। ঘনিষ্ঠ বন্ধু কাৰবাক তেওঁ বাটত লগ পালেও সাহিত্য সভাৰ কথাই উলিয়াইছিল আৰু সন্তুষ্টস্থলত নিজ নিজ ঠাইত সাহিত্য সভাৰ শাখা স্থাপনৰ বাবে উৎসাহ উদগনি দি লগত সভ্যভৰ্তি বহী আৰু নিয়মাৱলী দি পঠাইছিল। সাহিত্য সভাৰ লগত সম্পৰ্ক থকা বহুত লোকেও যে প্ৰথমতে নেওগৰপৰা উৎসাহ উদগনি পায়েই পাছত সাহিত্য সভাৰ উদ্যোগী কৰ্মী হৈ পৰিছিল তাৰ উদাহৰণ অলেখ। তলত তাৰ কেইটিমান উদাহৰণ দাঙি ধৰিলোঁ -

(১ শ্ৰীদেৱপ্ৰসাদ বৰুৱা যোৰহাটৰ এজন বিশিষ্ট সমাজকৰ্মী আৰু অগ্ৰগণ্য নাগৰিক। শ্ৰীবৰুৱাক ৺নেওগে প্ৰথমতে যোৰহাট সাহিত্য

সভাৰ লগত জড়িত কৰে। শ্ৰীবৰুৱা যোৰহাট সাহিত্য সভাৰ কেবা বছৰলৈও প্ৰধান সম্পাদক আৰু সভাপতিৰ পদত আছিল। তেওঁ এবছৰ কাল অসম সাহিত্য সভাৰ কোষাধ্যক্ষ আছিল আৰু বৰ্তমান তেওঁ অসম সাহিত্য সভাৰ কেবাখনিও উপ-সমিতিৰ সদস্য আৰু ৰাধাকান্ত সন্দিকৈ স্মৃতিভৱন গৱেষণাকেন্দ্ৰ (প্ৰস্তাৱিত) সমিতিৰ সম্পাদক। শ্ৰীবৰুৱাৰ দৰে অসম সাহিত্য সভাৰ এজন ঘনিষ্ঠ কৰ্মীক আমি হৰিপ্ৰসাদ নেওগৰ উৎসাহ-উদ্দগনিৰ ফলস্বৰূপেই পাওঁ। নেওগে শ্ৰীবৰুৱাক প্ৰথমে সাহিত্য সভালৈ টানিব খোজোতে বৰুৱাই হেনো কৈছিল—"আমি সাহিত্যক নহওঁ সাহিত্য সভালৈ গৈনো কি কৰিম? তাততো আমাৰ স্থান নাই।" তাৰ উত্তৰত নেওগে কৈছিল—"সাহিত্য সভা অকল সাহিত্যিকৰ নহয়; সকলো অসমীয়া ৰাইজৰ সভা। সাহিত্য সভাৰ বাবে আপোনাৰ দৰে নীৰৱ আৰু একনিষ্ঠ কৰ্মীৰ একান্ত প্ৰয়োজন।"

(২) শ্ৰীৰাম গোস্বামী তিনিচুকীয়া মহকুমাৰ বৰহাপজানৰ শুকান গুৰি চাহ বাগিছাৰ শিক্ষক। তেওঁ নেওগৰ অনুপ্ৰেৰণাতে সাহিত্য সভাত প্ৰবেশ কৰে। শ্ৰীগোস্বামীৰ চাহ বাগিছা পৰিবেষ্টিত বৰহাপজান সাহিত্য সাভাৰ প্ৰতিষ্ঠাতা প্ৰধান সম্পাদক আৰু বৰ্তমান সভাপতি। তেওঁ ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰো কেবাবাৰে সম্পাদকৰ পদত আছিল আৰু অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰো এবছৰ সদস্য আছিল। শ্ৰীগোস্বামীয়ে চাহ বাগিছাৰ অঞ্চলত অসম সাহিত্য সভাৰ শাখা স্থাপনত উল্লেখযোগ্য ৰবঙনি আগবঢ়াইছে আৰু কেবা-খনিও গ্ৰন্থ ৰচনা কৰিছে। এই গ্ৰন্থৰ পৰিশিষ্ট ভাগত শ্ৰীগোস্বামীলৈ নেওগে ঘনাই দি থকা চিঠি কেইখনমানৰ নকল দিয়া হৈছে। নেওগে নিজে গৈ শ্ৰীৰাম গোস্বামীৰ বাগিছাৰ বাহৰত থাকি চাহ বাগিছাৰ অঞ্চলত শাখা-সভা প্ৰতিষ্ঠাত উৎসাহ-উদ্দগনি দিয়ে। নেওগে 'শালত অসম সাহিত্য সভাৰ ৰঙপেটা অধিৱেশনৰ প্ৰধান সম্পাদকৰ

প্ৰতিবেদনত লিখিছে—“সংগঠনৰ ক্ষেত্ৰত কাৰ্য-নিৰ্বাহকৰ সদস্যসকলৰ তৎপৰতা বিশেষভাৱে উল্লেখযোগ্য। অমাৰ চাহবমুৱা ছাত্ৰ সমাজত চাহবমুৱা সভা-সমিতিত প্ৰধান সম্পাদকে যোগদিয়াৰ উপৰিও ভেকা কৰ্মীসকলৰ গঠণমূলক কাৰ্যৰ আলোচনা হৈছে। ডিব্ৰুগড়ৰ আঞ্চলিক পৰিষদৰ সৌজন্যত শ্ৰীৰাম গোস্বামীয়ে চাহবমুৱা সমাজত প্ৰচাৰ কাৰ্য চলাইছে।”

শ্ৰীৰাম গোস্বামীৰ দৰে নীৰৱ কৰ্মীক সহকাৰী সম্পাদক থকা কালতে হৰিপ্ৰসাদ নেওগে এদিন প্ৰেৰণা আৰু উৎসাহ দি উলিয়াই আনিছিল বাবেই আজিও সাহিত্য সভাই ভেওঁৰপৰা বহুতো কাম পাই আছে।

(৩) শ্ৰীদেবেশ্বৰ শইকীয়াৰ ঘৰ নেওগৰ নগৰৰ ঘৰৰ ওচৰতে। নীৰৱ কৰ্মী শইকীয়াক নেওগে আনি সাহিত্য সভাৰ লগত জড়িত কৰে। এতিয়া শ্ৰীশইকীয়া অসম সাহিত্য সভাৰ কেবাখনিও উপ-সমিতিৰ সদস্য। শ্ৰীশইকীয়াৰ দৰে নীৰৱ কৰ্মী সাহিত্য সভাৰ মজিয়াত বিৰল। শ্ৰীশইকীয়া বৰ্তমান যোৰহাট সাহিত্য সভাৰ প্ৰধান সম্পাদক।

(৪) যোৰহাটৰ বালিগাওঁ অঞ্চলটি বহুত দিনৰেপৰাই প্ৰসিদ্ধ। বালিগাৱঁত বহুতো উন্নত ৰাজহুৱা সংগঠন আৰু অনুষ্ঠান আগৰে-পৰাই আছে। কিন্তু ১৯৬০ চন পৰ্যন্ত তাত অসম সাহিত্য সভাৰ কোনো শাখা নাছিল। বহুদিনৰ আগতে শাখা এটি আছিল বোলে। কিন্তু সিও কেতিয়াবাই মৰহি গ'ল। ১৯৬০ চনত নেওগে এই লেখক আৰু শ্ৰীঅন্নদাধৰ বৰুৱাক লগ ধৰি বালিগাৱঁত শাখা সভা এখনি পাতিবলৈ টানি ধৰে। নেওগৰ তাড়নাত তৎ নাপাই অসম সাহিত্য সভাৰ কাৰ্যালয়লৈ আহি সভ্যভৰ্তিৰ বহী তিনিখন নিয়া হ'ল আৰু ১৫ দিনৰ ভিতৰতে শাখা সাহিত্য সভা এখন গঠন কৰি অসম সাহিত্য সভাৰ স্বীকৃতি লৈ ১৯৬৩ চনত অসম সাহিত্য সভাৰ নাজিৰা অধিৱে-শনত প্ৰতিনিধিত্ব কৰা হ'ল। এই লেখক পাছত জগন্নাথ বৰুৱা

মহাবিদ্যালয়ত অধ্যাপনা কৰিবলৈ আহাত যোৰহাট সাহিত্য সভাৰ লগত আৰু অসম সাহিত্য সভাৰ লগতো ঘনিষ্ঠভাৱে জড়িত হৈ পৰিব লগা হ'ল আৰু তিনিবছৰ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকৰ দায়িত্বও বহন কৰিব লগা হ'ল। কিন্তু শুৱিতে ১৯৬০ চনৰ বালিগাঁও সাহিত্য সভা গঠন সম্পৰ্কত অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক হৰিপ্ৰসাদ নেওগৰপৰা যি উৎসাহ উদগনি পোৱা হৈছিল আৰু তেওঁ নিজে বালিগাওঁলৈ গৈ যি বুদ্ধি-পৰামৰ্শ দিছিল তাক কেতিয়াও পাহৰিব নোৱাৰি।

নেওগৰ সংগঠন শক্তি, উৎসাহ-উদগনি তথা প্ৰেৰণাৰ ইয়াত কেইটিমান উদাহৰণ মাত্ৰ দাঙি ধৰা হ'ল এনে উদাহৰণ যে আৰু বহুতো আছে তাক কোৱা বাহুল্য মাথোন।

## অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নেওগ

১৯৬৫ চনৰ জানুৱাৰী মাহত দ্বাত্রিংশ অধিৱেশন হৰিপ্ৰসাদ নেওগৰ এসময়ৰ প্ৰেৰণাদায়ক শিক্ষাগুৰু ডিম্বেশ্বৰ নেওগৰ সভাপতিত্বত নল-বাৰীত বহে। ইতিমধ্যে চাৰিবছৰ কাল সুখ্যাতিৰে প্ৰধান সম্পাদকৰ পদ বহন কৰি ঐশ্চৰ্য-বিভূতি আৰু মান-মৰ্যদা বৃদ্ধি কৰা কৃতবিদ্য প্ৰধান সম্পাদক আছিল সভাপতি ডিম্বেশ্বৰ নেওগৰ সহোদৰ ভ্ৰাতৃ। গতিকে এইবাৰ নতুন প্ৰধান সম্পাদক এজন নিৰ্বাচন কৰাটো অপৰিহাৰ্য হৈ পৰিল। প্ৰতিনিধিসকলৰ চকুত পৰিল যোৱা ছবছৰৰ অভিজ্ঞ কৰ্মপটু আৰু সংগঠনপ্ৰিয় সহকাৰী সম্পাদক হৰিপ্ৰসাদ নেওগৰ ওপৰত। ৺নেওগেই সৰ্বজন সম্মতভাৱে প্ৰধান সম্পাদক নিৰ্বাচিত হ'ল। এইবাৰ সহকাৰী সম্পাদক নিৰ্বাচিত হ'ল শ্ৰীৰমা বৰঠাকুৰ ( যোৰহাট ) আৰু শ্ৰীদুৰ্গেশ্বৰ শৰ্মা ( গুৱাহাটী )। নেওগ

ক্ৰমান্বয়ে ১৯৬৬ চনত শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত হোৱা উত্তৰ লক্ষীমপুৰ অধিবেশন, ১৯৬৭ চনত ৺নকুলচন্দ্ৰ ভূঞাৰ সভাপতিত্বত হোৱা ডিব্ৰুগড় অধিবেশন আৰু ১৯৬৮ চনত ৺জ্ঞাননাথ বৰাৰ সভাপতিত্বত হোৱা তেজপুৰ অধিবেশনত প্ৰধান সম্পাদকৰ পদত পুনৰ নিৰ্বাচিত হৈ মুঠ চাৰিবছৰ কাল প্ৰধান সম্পাদকৰ কাৰ্য-নিৰ্বাহ কৰে। আগৰ তিনিবছৰ নেওগৰ লগত সহকাৰী সম্পাদক আছিল শ্ৰীনগেন শইকীয়া ( যোৰহাট ) আৰু শ্ৰীনন্দ তালুকদাৰ ( গুৱাহাটী )। অৱশ্যে ইতিমধ্যে অসম সাহিত্য সভাৰ নিয়মাৱলীত এটি নতুন নিয়মে প্ৰবেশ কৰিছিল। এই নিয়মমতে কোনোলোকেই একেবাহে তিনিবছৰতকৈ অধিক কাল অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰ সদস্য পদত ( বিষয়ববীয়াকো ধৰি ) থাকিব নোৱাৰে। হৰিপ্ৰসাদ নেওগ একেলেঠাৰীয়ে দহবছৰ কাল কাৰ্য-নিৰ্বাহক সমিতিৰ সদস্য তথা বিষয়ববীয়া থকাৰ বাবে কিছু আপত্তি উঠিছিল। কিন্তু ইতিমধ্যে ১৯৬৮ চনত বেজবৰুৱা শতবাৰ্ষিকী পাতিবলৈ নেওগৰ নেতৃত্বত বিৰাট আঁচনিৰ কাম চলি থকাত তেজপুৰ অধিৱেশনত বিশেষ প্ৰস্তাৱ এটি গ্ৰহণ কৰি নিয়মাৱলীৰ সাময়িক সংশোধন কৰিও নেওগকে পুনৰ প্ৰধান সম্পাদক নিৰ্বাচন কৰা হৈছিল। এই সম্পৰ্কত বকুলবনৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱে ঘৰুৱা কথোপকথনত আমাৰ আগত ঘনাই কৈ থকা একেষাৰ কথা কাণত এতিয়াও বাজি আছে— "শৰ্মা! নেওগ প্ৰধান সম্পাদক থাকিবই লাগিব। নহ'লে বেজবৰুৱা শতবাৰ্ষিকী পণ্ড হ'ব। নেওগৰ বাহিৰে বেজবৰুৱা শতবাৰ্ষিকী সফল কৰি তুলিবপৰা লোক মই হ'লে দ্বিতীয় এজন দেখা নাই।" প্ৰবীণ কবিজনাৰ প্ৰাণৰপৰা ঘনাই ওলোৱা কথাষাৰৰ নিশ্চয় মূল্য আছে।

### নেওগৰ প্ৰধান সম্পাদকৰ প্ৰথম বছৰ

নলবাৰী অধিৱেশনত প্ৰধান সম্পাদক নিৰ্বাচিত হৈ প্ৰথম বছৰত নেওগৰ উদ্যোগত হোৱা অসম সাহিত্য সভাৰ প্ৰধান কাৰ্য কেইটিমান তলত উল্লেখ কৰা হ'ল —

এইবছৰৰ ২১ অক্টোবৰত প্ৰধান সাহিত্যিক দেৱানন্দ ভঁৰালীক চন্দ্ৰ-কান্ত সন্দিকৈ ভৱনত এক গাম্ভীৰ্যপূৰ্ণ পৰিবেশত অসম সাহিত্য সভাই সম্বৰ্দ্ধনা জনায়।

এই বছৰৰে ২৯ অক্টোবৰত সীমান্তৰ সিংহ পুৰুষ আৰু অসমীয়া ভাষা সাহিত্যৰ বাবে আজীৱন খটা প্ৰাণৱন্ত কৰ্মী সাহিত্যিক (অসম সাহিত্য সভাৰ বুৰঞ্জী সম্মিলনৰ প্ৰাক্তন সভাপতি আৰু অসম সাহিত্য সভাৰ ১৯২৬ চনত বহা ধুবুৰী অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদক) প্ৰমথনাথ চক্ৰৱৰ্তীক এক গাম্ভীৰ্যপূৰ্ণ পৰিবেশত অসম সাহিত্য সভাই ধুবুৰীত ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনায়।

এই বছৰত অসম সাহিত্য সভাৰ এটি বিশেষ কীৰ্তি হ'ল 'ডিগবৈ সাহিত্য সেৱা সমিতি' নামে পাঁচ হেজাৰ টকাৰ এটি পুঁজি লাভ। এই পুঁজিৰ সুদেৰে এইবছৰ নকুলচন্দ্ৰ ভূঞাৰ 'চুমলী কুঁৱৰী' নাটকৰ বাবে পুৰস্কৃত কৰা হয় আৰু প্ৰতিবছৰে বছৰৰ শ্ৰেষ্ঠ নাটকৰ বাবে এই পুঁজিৰ সুদৰপৰা পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰা হয়। তেতিয়াৰপৰা এতিয়ালৈকে এই পুঁজিৰ সুদৰপৰা ভালেকেজন নাট্যকাৰক পুৰস্কৃত কৰা হৈছে।

সেই বছৰত বদান্য দাতাসকলৰপৰা বৰঙনি তুলি আৰু সভাপতি, প্ৰধান সম্পাদকৰ ঐচ্ছিক পুঁজিৰপৰা কাছাৰ, টিৰাপ, গাৰোপাহাৰ, মিকিৰ পাহাৰ, গোৱালপাৰা আৰু চাহ মজদুৰ অঞ্চল সমূহত বাতৰি কাগজ (অসমীয়া) বিতৰণ কৰা হয়। তদুপৰি গোৱালপাৰা আৰু গাৰোপাহাৰৰ দহটা পুথিভঁৰালত বিনামূলীয়াকৈ সাহিত্য সভাই কিতাপ বিতৰণ কৰে আৰু প্ৰধান সম্পাদকৰ ঐচ্ছিক পুঁজিৰপৰা কাছাৰৰ দহোটি অঞ্চলত অসম সাহিত্য সভা পত্ৰিকাৰ দান আগবঢ়োৱা হয়। এই সম্পৰ্কত প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে সেইবছৰ প্ৰধান

সম্পাদকৰ প্ৰতিবেদনত লিখিছে —

"আমাৰ বিশ্বাস এই প্ৰচাৰমুখী অনুদানেৰে আমি অনতি বিলম্বে কমেও পাঁচশটি ভিতৰুৱা অঞ্চল সামৰিব পৰাকৈ সাহায্যমূলক বিতৰণ ব্যৱস্থা কৰিব পাৰিম আৰু এই কাৰ্যত সুধী সমাজৰ সহযোগ লাভ কৰিবলৈও সক্ষম হ'ম ।"

নেওগৰ প্ৰধান সম্পাদকৰ প্ৰথম বছৰটোত ৪৭ খন নতুন শাখা সাহিত্য সভা গঠিত হয় আৰু ৪৭ জন আজীৱন সভ্যই স্বীকৃতি লাভ কৰে । এই বিলাকৰ মাজেদি নেওগৰ বিচক্ষণ সংগঠন শক্তিৰ পৰিচয় পোৱা যায় ।

নেওগে এই বছৰৰ সম্পাদকীয় প্ৰতিবেদনত লিখিছে — "সঁচা কথা; অসম সাহিত্য সভা আজি এক বৃহৎ জাতীয় অনুষ্ঠানৰূপে পৰিণত হোৱাৰ সময়ত এই অনুষ্ঠানটিক জীৱন্ত আৰু গতিশীল ৰূপ দিয়াৰ প্ৰয়োজন হৈছে । কিন্তু ইয়াৰ বাবে লাগে এদল নিস্বাৰ্থ কৰ্মী । পুঁজিৰ অভাৱ এই প্ৰচেষ্টাৰ ঘাই অন্তৰায় । ৰাজ্য চৰকাৰে দিয়া মাত্ৰ দহ হাজাৰ টকাৰ বাৰ্ষিক অনুদান এনে এটি বৃহৎ অনুষ্ঠানৰ বাবে একেবাৰেই নহয় । চলিত বছৰত ৭২৯০২'২৫ টকাৰ বাজেট লৈ টকাৰ অভাৱত কেবাটাও আৱশ্যকীয় কাম বাদ দিব লগা হৈছে । এইটোও অৱশ্যে ঠিক যে, চৰকাৰৰ অনুগ্ৰহ'ভাগী হৈ সাহিত্য সভা বৰ্তি থাকিবলৈ বিচৰাটো অন্যায় । সাহিত্য সভাই কিয়, চৰকাৰৰ মুখাপেক্ষী হৈ কোনো জাতীয় অনুষ্ঠান জীৱন্ত হ'ব নোৱাৰে । আমি এইটোও বিশ্বাস কৰো যে আমাৰ মাজত উদাৰ দাতাৰ অভাৱ নহয় । ইয়াৰ উপৰিও ৰাইজৰ সহায়-সহানুভূতি হ'ল ইয়াৰ মূলধন । আমাৰ ৰাজ্যখনত বিভিন্ন ভাষাগোষ্ঠীৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ প্ৰশ্নও আমাৰ মাজত আছে । কিন্তু ইয়াৰ মাজতে ঘাই কথা হ'ল

অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠানৰ প্ৰশ্ন। ৰাজনৈতিক দলসমূহে এই প্ৰশ্নৰ সমাধান কৰিব নোৱাৰে। অসম সাহিত্য সভাৰ পতাকাৰ তলত সেয়েহে দল-উপদল, জাতি সম্প্ৰদায় নিৰ্বিশেষে সমবেত হৈছে আৰু ধ্বনি তুলিছে "পুত্ৰ বা পোষ্য সন্দী অসমবাসী অসমীয়া।" এই দৃষ্টিভংগীৰে অসম সাহিত্য সভাৰ উজ্জ্বল ভৱিষ্যতৰ প্ৰতি আমি দৃষ্টি ৰাখিছোঁ।।" ( অসম সাহিত্য সভাৰ উত্তৰ লক্ষীমপুৰ অধিৱেশন ১৯৬৬ — পঠিত ) ।

এই হেন সম্পাদকীয় উক্তিয়ে হৰিপ্ৰসাদ নেওগৰ কৰ্ম বিচক্ষণতাৰ লগতে তেওঁৰ দীৰ্ঘদৃষ্টি আৰু ওখ মনৰ পৰিচয় দিয়ে।

## নেওগৰ প্ৰধান সম্পাদকৰ দ্বিতীয় বছৰটো

১৯৬৬ চনৰ আগভাগত উত্তৰ লক্ষীপুৰত অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ অধিৱেশন ধ্বনি কবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত বহে। এই অধিৱেশনত হৰিপ্ৰসাদ নেওগ দ্বিতীয় বছৰৰ কাৰণে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। এইবাৰ সহকাৰী সম্পাদক নিৰ্বাচিত হ'ল দুজন নিষ্ঠাবান ডেকা সাহিত্যিক কৰ্মী শ্ৰীনগেন শইকীয়া আৰু শ্ৰীনন্দ তালুকদাৰ। ১৯৬৬ চনৰ ৩০/৩১ ডিচেম্বৰ আৰু ১৯৬৭ চনৰ ১ জানুৱাৰীলৈকে ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ চতুঃ ত্ৰিংশ অধিৱেশনলৈকে এইছোৱা কালত প্ৰধান সম্পাদক নেওগৰ কাৰ্যৱলীৰ এটি চমু সমীক্ষা তলত দিয়া হ'ল—

এই বছৰত ৩৫ খন নতুন শাখা সাহিত্য সভা গঠন হয় আৰু সৰ্বমুঠ সক্ৰিয় শাখা সভাৰ সংখ্যা ২১১ খনলৈ বৃদ্ধি পায়। নতুন ৩৭০৬ জন সভ্যকে ধৰি অসম সাহিত্য সভাৰ মুঠ সাধাৰণ সভ্যৰ সংখ্যা ১৮০০০ হয়গৈ। এই বছৰত কলিকতাত এখন স্বীকৃত সভা গঠিত হয়। বছৰটোত ৫০ জন নতুন আজীৱন সভ্য হয়।

মে' মাহত নেওগে ডুমডুমাৰ একনিষ্ঠ সাহিত্য সভাৰ কৰ্মী শ্ৰীধৰ্মকান্ত গোঁহাইৰ লগত শদিয়ালৈ গৈ অৰুণাচলৰ চপাখোৱা, চুনপোৱা, পুৰণি শদিয়া আদি ঠাই ভ্ৰমণ কৰে। খামটি সকলৰ শ্ৰীচৌপক গোঁহাই অসম সাহিত্য সভাৰ আজীৱন সদস্য হয়। শদিয়াত অসম সাহিত্য সভাৰ ফালৰ পৰা এটি ভাষা শিক্ষা শ্ৰেণীৰ প্ৰস্তুতি চলে। সেই বছৰত নেওগে মিকিৰ পাহাৰ ভ্ৰমণ কৰি প্ৰধান সম্পাদকৰ প্ৰতিবেদনত লিখে :—

"মিকিৰ পাহাৰতে সমন্বয়ৰ ক্ষেত্ৰত নতুন জাগৰণ হৈছে। মিকিৰ জাতিৰ পুনৰুত্থানত অসম সাহিত্য সভাক বুনিয়াদ স্বৰূপে লবলৈ বিচৰা মিকিৰ শিক্ষিত সমাজে মিকিৰ পাহাৰ জিলাৰ সাহিত্য পৰিষদৰ নামত সঙ্ঘবদ্ধ হৈছে।

প্ৰধান সম্পাদক নেওগে চাহমজদুৰ ছাত্ৰ সকলৰ মুখপত্ৰ 'সেউজী পাত' লৈ দুশটক সহায় ( ঐচ্ছিক পুঁজিৰ পৰা ) আগবঢ়ায়। নেওগৰ প্ৰেৰণাত নামচাং আৰু জয়পুৰৰ জনজাতীয় আৰু চাহবাগিছা অঞ্চলত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য শ্ৰীতিলেন্দ্ৰ নাথ মহন্তই সাংস্কৃতিক কাৰ্যসূচী হাতত লৈ কাৰ্য চলায়। নেওগে প্ৰতিবেদনত লিখিছে।—

"যোৱা উত্তৰ লক্ষীনপুৰ সন্মিলনৰ পিছৰে পৰাই জনজাতীয় বাইজৰ মাজত অসম সাহিত্য সভাৰ প্ৰতি আগ্ৰহ পৰিলক্ষিত হৈছে। টিৰাপত খুনচা সাহিত্য সভা গঠন কৰাৰ উপৰিও নামচাঙৰ ৰজা ৱাংমাই ৰাজ কুমাৰ আৰু লাপটাঙৰ ৱাংছাপ ৰাজকুমাৰৰ প্ৰচেষ্টাত সেই অঞ্চলত নতুন জাগৰণ হৈছে।

এই উদ্দেশ্যে অসম আহিত্য সভাৰ সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই লিডু, নেফাৰ সীমান্ত অঞ্চললৈ যায়। প্ৰধান সম্পাদকৰ ( নেওগ ) গড়গাওঁ আৰু মাজিৰা সাহিত্য সভাৰ কেইগৰাকীমান সহকৰ্মীৰ

সহযোগত বাৰেষৰ সত্ৰলৈ যাওঁতে সবিশেষ বুৰঞ্জী লয় । উল্লেখযোগ্য যে বাৰেষৰ সত্ৰই নৰোত্তমৰ বংশধৰ বিভিন্ন কৈদৰ ৫৫ হেজাৰ নগাশিষ্য লৈ পৰ্বত ভৈয়ামৰ সাংস্কৃতিক ধ্বজা বহন কৰি আহিছে । ৰ বেষৰ কাষৰ ভৈয়ামৰ নগাগাঁৱতো পৰিভ্ৰমণ কৰা হয় । নগাগাঁৱৰ উদ্যোগী ছাত্ৰ-ছাত্ৰী সকলৰ চেষ্টাত আৰু গড়গাওঁ সাহিত্য সভাৰ উদ্যোগত এটি লাইব্ৰেৰী স্থাপন কৰিছে আৰু তালৈ সভাৰ প্ৰকাশনেৰে সহায় কৰা হৈছে । এই নগাগাঁৱৰ সাংস্কৃতিক দল এটিয়ে ডিব্ৰুগড় অধিৱেশনত যোগদান কৰিছে ।"

এই বছৰত অসম সাহিত্য সভাই শিলচৰত থকা অসমীয়া মাধ্যমৰ মধ্য ইংৰাজী স্কুল খনক অতিশীঘ্ৰে পৰিপূৰক মঞ্জুৰী দিবলৈ অসম চৰকাৰক টানি অনুৰোধ জনায় আৰু অসম সাহিত্য সভাৰ পুঁজিৰ পৰা শিলচৰৰ দেশভক্ত তৰুণৰাম ফুকন মধ্য ইংৰাজী বিদ্যালয়লৈ ২৫০ (দুশ পঞ্চাশ ) টকাৰ এককালীন অনুদান আগবঢায় । বছৰটোত কাছাৰৰ ভিতৰুৱা অঞ্চলত অসমীয়া বাতৰি কাকত আৰু আলোচনী অসম সাহিত্য সভাৰ ফালৰ পৰা বিতৰণ কৰে ।
নেওগে সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়াক পঠিয়াই কাছাৰ জিলাত অসম সাহিত্য সভাৰ সংগঠন, ৰাজিক ভাষা আইন প্ৰয়োগৰ সন্দৰ্ভত কাছাৰৰ থলুৱা ৰাইজৰ মনোভাৱ, শিক্ষা-সমস্যা আদিৰ বিষয়ে পৰ্য-বেক্ষণ কৰোৱায় ।

এই বছৰত নেওগে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত থকা অসম সাহিত্য সভাৰ পুথিভড়ালটি আগতকৈয়ো বহুত উন্নতিৰ প্ৰয়াস কৰে ।
একে বছৰতে কাছাৰৰ অসম সাহিত্য সভাৰ ঐকান্তিক কৰ্মী বিশ্বনাথ ৰাজবংশীৰ জীৱন পৰিচিতি এখন নেওগে নিজে সংকলন কৰি অসম সাহিত্য সভাৰ যোগেদি প্ৰকাশ কৰে । শ্ৰীনগেন শইকীয়াই লিখা লেউজীয়া পাতৰ মাজে মাজে নামে চাহ মজদুৰ লোক সাধুৰ সংক-

লৰ এটি প্ৰকাশ কৰি চাহ মজদুৰ সকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ কাৰ্য অসম সাহিত্য সভাই কিছু সুগম কৰে।

এই বছৰত অসম সাহিত্য সভাই হৰিপ্ৰসাদ নেওগ আৰু শ্ৰীলীলা গগৈৰ যুটীয়া সম্পাদনাত 'অসমীয়া সংস্কৃতি'নামে সুবৃহৎ গ্ৰন্থ প্ৰকাশ কৰে। খৰচ বহন কৰা হয় উত্তৰ লক্ষীমপুৰ অধিৱেশনৰ অভ্যাৰ্থনা সমিতিৰ বাহি পুঁজিৰ পৰা। উল্লেখ যোগ্য যে উত্তৰ লক্ষীমপুৰ অধিৱেশনৰ অভ্যাৰ্থনা সমিতিয়ে, সমিতিৰ বাহি পুঁজিৰ পৰা তেনে ধৰণৰ উন্নত গ্ৰন্থ প্ৰকাশৰ বাবে এটি স্থায়ী পুঁজি এই বছৰ অসম সাহিত্য সভাক দিয়ে।

শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াৰ পৰা অসমীয়া ভাষাত শিশু সাহিত্যৰ উন্নয়ন কল্পে এটি অনুদান অসম সাহিত্য সভাই লাভ কৰে আৰু ১২।১১।৬৬ তাৰিখৰ কাৰ্য-নিৰ্বহক সমিতিত এটি ন্যাস সমিতিৰ গঠন কৰে। এই বছৰতে অসম সাহিত্য সভাই অসমীয়াই শিশু সাহিত্য গ্ৰন্থৰ পাণ্ডুলিপি (প্ৰতি দুবছৰে পৃথক বিষয় সমিতিয়ে নিৰ্বাচন কৰি দিব) প্ৰতিযোগিতাৰ ওপৰত শ্ৰেষ্ঠ শিশু সাহিত্য গ্ৰন্থ ৰচকক তিনিশ টকাৰ পুৰস্কাৰ দিবলৈ 'গোপাল চন্দ্ৰ গোস্বামী বঁটা'ৰ বাবে গোস্বামীদেৱৰ পত্নী হিৰন্ময়ী গোস্বামী আৰু পুত্ৰদ্বয় শ্ৰীকিৰণ চন্দ্ৰ গোস্বামী, শ্ৰীঅৰুণ চন্দ্ৰ গোস্বামীৰ পৰা অসম সাহিত্য সভাই ১৫০০·০০ টকাৰ অনুদান লাভ কৰে।

১।৫।৬৬ তাৰিখে প্ৰবীণ সাহিত্যিক মহাদেৱ শৰ্মাক আৰু ৩০।১২।৬৬ তাৰিখে ডিব্ৰুগড় অধিৱেশনৰ আগ মুহূৰ্তত নিজৰাৰ কবি শৈলধৰ ৰাজখোৱাক অসম সাহিত্য সভাৰফালৰপৰা অভিনন্দন দিয়া হয়।

নেওগৰ প্ৰধান সম্পাদকৰ তৃতীয় বছৰটি

১৯৬৬ চনৰ ৩০ ডিচেম্বৰৰ পৰা ১৯৬৭ চনৰ ১ জানুৱাৰীলৈ ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ চতুস্ত্ৰিংশ সন্মিলনৰ মুকলি অধিৱেশনৰ

সভাপতি আৰু বছৰটোৰ বাবে কাৰ্যনিৰ্বাহকৰো সভাপতি নিৰ্বাচিত হৈছিল অনামধন্য সাহিত্যিক নকুল চন্দ্ৰ ভূঞা। ভূঞা ডাঙৰীয়াৰ পৰা সভাপতি হিচাবেই নহয় ইয়াবো বহু আগৰে পৰাই নেওগে বহু বিষয়ত প্ৰেৰণা পাই আহিছিল। কিন্তু বছৰটো শেষ নৌহওতেই ভূঞা ডাঙৰীয়াই নিত্য ধামলৈ গতি কৰিলে। এই সম্পৰ্কত তেজপুৰ অধিৱেশনৰ সম্পাদকীয় প্ৰতিবেদনত নেওগে লিখিছে—

"আমাৰ প্ৰতিবেদন আৰম্ভ কৰাৰ পূৰ্বেই আমি শোকাক্ৰান্ত তৰ্পন জনাইছো— সভাপতি শ্ৰীনকুল চন্দ্ৰ ভূঞা ডাঙৰীয়াৰ বিদেহ আত্মাৰ উদ্দেশ্যে। আজিৰ পৰা মাত্ৰ দহ দিনৰ আগতে সভাপতি ডাঙৰীয়াই চিৰদিনৰ বাবে বিদায় লৈছে। আজীৱন অসমীয়া ভাষা সাহিত্যৰ পূজাৰী সদালাপী পুৰুষ ভূঞা ডাঙৰীয়া, যিজনে অসম সাহিত্য সভাক মনে-প্ৰাণে ভাল পাইছিল, যিজনে কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদৰ প্ৰতিটো বালিকণাৰ লগত নিবিড়ভাৱে পৰিচিত, যিজনে সাহিত্য সভাৰ যোৱা অধিৱেশনৰ পাছত ৰোগ শয্যাৰপৰাই উপস্থিত সমস্যাত দিহা পৰামৰ্শৰ যোগেদিয়ে আমাক অনবৰত প্ৰেৰণা যোগাইছিল; যিজনাৰ অভাৱ আমি এই মুহূৰ্ত্ততও বিশেষভাৱে উপলব্ধি কৰি গভীৰ বেদনা অনুভৱ কৰিছোঁ।"।

বছৰটোত সভাপতিৰ ৰোগশয্যা গ্ৰহণ আৰু পৰলোক গমনে অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকলৰ মনত নিশ্চয় কিছু অৱসান আনি দিছিল। তথাপি এই বছৰতো কিছু চকুত লগা কাম হৈছিল আৰু আগন্তুক বছৰৰ বেজবৰুৱা শতবাৰ্ষিকীৰ কামো পূৰ্ণোদ্যমে চলি আছিল। প্ৰধান সম্পাদক নেওগে প্ৰতিবেদনত এই বছৰটোক 'সমস্যাৰ গধুৰ বছৰ' বুলি অভিহিত কৰিছে। কাৰণ "১৯৬৭ চনৰ নিৰ্ব্বাচন, ৰাজ্যজুৰি খাদ্য সংকটৰ পটভূমিত হোৱা আন্দোলন, অসমত ৰাজ্য পুনৰ গঠনৰ আগন্তুক পৰিস্থিতিৰ আশংকাত এক মানসিক উত্তপ্ততা, ১৯৬৮ চনৰ

আৰম্ভনিতে কেন্দ্ৰীয় মন্ত্ৰী দশৰথ দেৱ আফ্ৰাবীৰ ঘোষণাৰ পাছৰে পৰা হোৱা পুনৰ গঠন প্ৰস্তাৱৰ যোগে উদ্ভৱ হোৱা ৰাজ্যৰ উত্তপ্ত পৰিস্থিতি আদি।" তদুপৰি এই বছৰটোত বছৰটোৰ সভাপতি ভুঞা ডাঙৰীয়াৰ মৃত্যুৰ উপৰিও দুজন বৰণ্য প্ৰাক্তন সভাপতি ৰঘুনাথ চৌধাৰী আৰু অম্বিকাগিৰি ৰায়চৌধাৰীৰ পৰলোক গমনেও সাহিত্য সভা তথা সাইজৰ ওপৰত শোকৰ ছাঁ পেলায়।

এই বছৰত ৰাজ্যিক ভাষা প্ৰসঙ্গইও পুনৰ গুৰুত্ব লাভ কৰে আৰু অসম সাহিত্য সভাৰ এই বিষয়ত বিশেষ সক্ৰিয় হ'ব লগা হয়। এই প্ৰসঙ্গতে নেওগে তেজপুৰ অধিৱেশনত পাঠ কৰা সম্পাদকীয় বিবৃত্তিৰ পৰাই তলৰ কথাখিনি তুলি দিলোঁ।

"জিলা পৰ্যায়ত ৰাজিক ভাষা আইন প্ৰয়োগ হোৱা অৱস্থাত এই আইন সম্পূৰ্ণভাৱে উলঙ্ঘা কৰি অসম আৰু নগাভূমিৰ উচ্চ ন্যায়ালয়ৰ পঞ্জীয়কৰ ৬ মাৰ্চ তাৰিখৰ অধ্যাদেশ প্ৰচাৰিত হয়। অধ্যাদেশ অনুসৰি আদালতত অসমীয়া ভাষাৰ প্ৰয়োগত বাধা প্ৰদান কৰা হয়। সাহিত্য সভাৰ ফালৰ পৰা জৰুৰীভাৱে এই ঘোষনাৰ দৃঢ় প্ৰতিবাদ জনোৱা হয়। কাৰ্যনিৰ্বাহক সমিতিৰ ৫।৫।৬৭ তাৰিখৰ অধিৱেশনত ৬ মাৰ্চ তাৰিখৰ অধ্যাদেশৰ বাবে গভীৰ উদ্বেগ প্ৰকাশ কৰি বিষয়টো ৰাজ্য চৰকাৰৰ দৃষ্টিগোচৰ কৰা হয়। মুখ্যমন্ত্ৰী ডাঙৰীয়াক এই বিষয়ে জনোৱাৰ লগতে ৰাজ্যৰ উকীল সন্থা সমূহকো বিষয়'টা হাতত লবলৈ অনুৰোধ জনোৱা হয়। তদুপৰি Assamese as court language in peril নামৰ এখনি পুস্তিকা ইংৰাজীতে প্ৰকাশ কৰি কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰৰ সংশ্লিষ্ট মহলক জনোৱা হয়। যোৱা বিধান সভাৰ অধিৱেশনতো এই অধ্যাদেশ সম্পৰ্কে এই বিষয়টিয়ে আলোচনাত ঠাই পায়। ইতিমধ্যে যোৱা ২৫ নবেম্বৰ তাৰিখে ৰাজ্যজুৰি উচ্চন্যায়ালয়ৰ এই কাৰ্যৰ প্ৰতিবাদ জনাই

জনমত গঢ়ি তোলা হয়। ইতিমধ্যে উক্ত অধ্যাদেশ উচ্চ ন্যায়ালয়ে প্ৰত্যাহাৰ কৰিছে ; কিন্তু এই নতুন অধ্যাদেশৰ পৰ:ও পৰিস্থিতিৰ বিশেষ উন্নতি পৰিলক্ষিত হোৱা নাই। সাহিত্য সভাৰ ফালৰ পৰা এই বিষয়ে পুনৰ স্পষ্টীকৰণ বিচৰা হৈছে।

১৯৬৫ চনৰ পৰা অসম সাহিত্য সভাই সঞ্চালনিকৈ কৰি অহা এটা দাবী আঞ্চলিক ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ সম্পৰ্কত কেন্দ্ৰীয় চৰকাৰৰ সিদ্ধান্তৰ সন্দৰ্ভত আশু ব্যৱস্থা হাতত লবলৈ এই বছৰত অসম বিশ্ববিদ্যালয় কেইটিক আৰু অসম চৰকাৰক এই বছৰো টানি অনুৰোধ জনোৱা হয়।

সেই বছৰ অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে অসমক খণ্ডিত নকৰিবলৈ দৃঢ়ভাৱে দাবী জনাই তলৰ প্ৰস্তাৱটি গ্ৰহণ কৰিছিল –

" অসমৰ বাইজৰ সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে দৃঢ়ভাৱে দাবী জনায় যাতে ভাৰতৰ সীমান্তৰ এই ৰাজ্যখনৰ ভিতৰত সম্প্ৰীতি আৰু ঐক্য ভঙ্গ কৰিব পৰা কোনো কাৰ্যই যেন কোনো পক্ষৰ পৰাই কৰা নহয়।" এই প্ৰস্তাৱ সম্পৰ্কত ১১ মে'ৰ পৰা ১৫ মে' লৈকে নতুন দিল্লীত প্ৰধান মন্ত্ৰীক অসম সাহিত্য সভাৰ এটা সজাতি দলে লগ ধৰে। এই দলটিৰ সদস্য তিনিজন আছিল ড' মহেশ্বৰ নেওগ, শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা, ( নতুন অসমীয়াৰ সম্পাদক ) আৰু হৰিপ্ৰসাদ নেওগ। প্ৰতিনিধিদলে কেন্দ্ৰীয় মন্ত্ৰীসভাৰ কেবাগৰাকী মন্ত্ৰীৰ লগতো আলোচনা কৰে। প্ৰধান মন্ত্ৰীয়ে অসমৰ জনমতৰ কোনো আঁচনি জাপি দিয়া নহ'ব বুলি জনায়। সেই বছৰতে ২১ মে'ত গুৱাহাটীত গৃহ মন্ত্ৰী চ্যৱনক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা হৰিপ্ৰসাদ নেওগ আদিৰে

গঠিত অসম সাহিত্য সভাৰ সৰ্বাতি দল এটিয়ে এই সম্পৰ্কত লগ ধৰি স্মাৰক পত্ৰ দিয়ে। ইমানবোৰ সমস্যাৰ সন্মুখীন হৈও প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ সাময়িক তৎপৰতাৰ বাবে এই বছৰটো অসম সাহিত্য সভাই কিছু উল্লেখযোগ্য কাম কৰিব পাৰিলে। এই বছৰত অসম সাহিত্য সভাই পদ্মশ্ৰী নলিনীবালা দেৱীৰ অলকানন্দা নামে ২৫৫ পৃষ্ঠাৰ কবিতা সংকলন এটি প্ৰকাশ কৰে। এই গ্ৰন্থ প্ৰকাশত স্বনামধন্য শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ পৰা এটি অনু-দান লাভ কৰিছিল

উল্লেখযোগ্য যে কবিতা পুথিখনিয়ে দুবছৰ পাছত ভাৰতৰ সাহিত্য একাডেমীৰ ৰাষ্ট্ৰীয় পুৰস্কাৰৰ দ্বাৰা সন্মানিত হৈছে।
এইবছৰত অসম সাহিত্য সভাই প্ৰকাশ কৰা কেইখনিমান উল্লেখযোগ্য গ্ৰন্থ হ'ল :—

১। ডিব্ৰুগড় অধিবেশনৰ বাৰ্ষিকী : সম্পাদনা প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ

২। ডিম্বেশ্বৰ নেওগ স্মৃতিগ্ৰন্থ }
৩। অম্বিকাগিৰী ৰায়চৌধুৰী ,, } হৰিপ্ৰসাদ নেওগ সম্পাদিত।

গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা স্মৃতি ভৱনত ক্ৰমান্বয়ে ১১ নৱেম্বৰ (১৯৬৭) আৰু ২ জানুৱাৰী ১৯৬৮) শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীবেণুধৰ শৰ্মাৰ সভাপতিত্বত অনুষ্ঠিত মনোজ্ঞ অনুষ্ঠানত নেওগ আৰু ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ উন্মোচন কৰা হয়।

এইবছৰত অসম সাহিত্য সভাই প্ৰকাশ কৰা আটাইতকৈ উল্লেখযোগ্য গ্ৰন্থখনি হ'ল শ্ৰীহোমেন বৰগোহাঞিৰ সম্পাদনাত তিনিটা খণ্ডৰ "বিংশ শতাব্দীৰ অসমীয়া সাহিত্য" শীৰ্ষক গ্ৰন্থখনি। এইবছৰত প্ৰকাশ পোৱা আন দুখনি গ্ৰন্থ হ'ল ১। চাহবাগিছাৰ অসমীয়া লিখক

শ্ৰীগোলাপ চন্দ্ৰ খাউণ্ড, ২। প্ৰমথনাথ চক্ৰৱৰ্তী ( সীমান্ত সিংহৰ জীৱনী ) সংকলন কৰোতা প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ। এইবছৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ভাষা' গ্ৰন্থখনিৰ দ্বিতীয় সংস্কৰণ অসম সাহিত্য সভাই প্ৰকাশ কৰে।

এইবছৰত অসমৰ দুজন বৰেণ্য সাহিত্যিক চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰজনীকান্ত বৰদলৈৰ শতবাৰ্ষিকী উছৱ উলহ মালহেৰে সমগ্ৰ অসমত অসম সাহিত্য সভাৰ যোগেদি পালন কৰা হয়। শতবাৰ্ষিকী সম্পৰ্কতো কেবাখনিও উল্লেখযোগ্য গ্ৰন্থ অসম সাহিত্য সভাই প্ৰকাশ কৰে। তাৰ ভিতৰত আছে ১। উপন্যাসিক ৰজনীকান্ত : বৰদলৈ সম্পাদনা বীৰেন বৰকটকী, ২। ৰজনীকান্ত বৰদলৈ ৰচনামালা : সম্পাদনা শ্ৰীহেমন্ত কুমাৰ শৰ্মা, ৩। চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিভা : সম্পাদনা শ্ৰীশশী শৰ্মা, ৪। চন্দ্ৰামৃত শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা সম্পাদিত আগৰৱালাৰ কবিতা মালা। চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ সুযোগ্য পুত্ৰ শ্ৰীতৰুণ কুমাৰ আগৰৱালাই আগবঢ়োৱা আগৰৱালাৰ আৱক্ষ মূৰ্ত্তি গুৱাহাটীৰ শুক্ৰেশ্বৰত প্ৰতিষ্ঠিত হয়। এইখিনিৰ বাহিৰেও প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ নিজেই কেইখাখনো পুথি সংকলন কৰে।

ওপৰত উল্লেখ কৰা অসমীয়া ভাষাৰ গভীৰ আৰু সুদূৰ প্ৰসাৰী সমস্যা সমূহ, উল্লেখ কৰি অহা শতবাৰ্ষিকী উৎসৱ দুটি আৰু প্ৰকাশন সমূহৰ বাহিৰেও সংগঠনৰ দিশটো এই বছৰটি পাছ পৰা নাছিল। হয়তো কোনে জানে সমস্যা আৰু শতবাৰ্ষিকীয়ে অসম সাহিত্য সভাৰ জনপ্ৰিয়তা পৰোক্ষভাৱে বৃদ্ধিহে কৰিছিল। কিন্তু তাৰ মাজতো প্ৰধান কথাটো আছিল প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ বিচক্ষণ সংগঠন শক্তি ; অতিশয় কৰ্ম্মতৎপৰতা আৰু দীৰ্ঘদৃষ্টি। এই বছৰত ( ডিব্ৰুগড় অধিৱেশনৰ পৰা তেজপুৰ অধিৱেশনলৈ ) ৩২ খন নতুন শাখা সভা আৰু দুখন নতুন স্বীকৃত সভাই স্বীকৃতি লাভ কৰিলে। ৫০২০

জন নতুন সাধাৰণ সভ্য আৰু ২২ জন নতুন আজীৱন সভ্য হ'ল। অসম সাহিত্য সভাৰ মুঠ শাখা সভ্যৰ সংখ্যা ২৬৪০০ জন হ'ল গৈ, আৰু আজীৱন সভ্যৰ সংখ্যা হ'লগৈ মুঠ ৩৩২ জন।

উল্লেখযোগ্য যে ইমানবোৰ কামৰ উপৰিও এইবছৰতে আগন্তুক বছৰৰ বেজবৰুৱা শতবাৰ্ষিকীৰ আয়োজনো পূৰ্ণোদ্যমে চলি আছিল। বেজবৰুৱা শতবাৰ্ষিকীৰ বাবে ৰাজ্য চৰকাৰে ৪০ হেজাৰ টকাৰ এটি অনুদান আগবঢ়ায় আৰু শ্ৰীফণী তালুকদাৰক সম্পাদক ৰূপে লৈ বেজবৰুৱা তথ্যচিত্ৰ নিৰ্ম্মাণৰ কামো অসম সাহিত্য সভাৰ উদ্যোগত কিছু আগ বাঢ়ে। বেজবৰুৱা স্মাৰক ডাকটিকতৰ বাবেও এইবছৰতে কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ চলায় আৰু বেজবৰুৱা শতবাৰ্ষিকীৰ বিভিন্ন গ্ৰন্থৰ সংকলন আৰু সম্পাদনাৰ বাবে গুণী সাহিত্যিক সকল এই বছৰতে ভাৰ দিয়ে। এই বছৰত অন্যান্য গঠনমূলক কামৰ কিছু আভাস নেওগৰ সম্পাদকীয় প্ৰতিবেদনৰ তলৰ ছেদ দুটিত পোৱা যাব।

"সীমান্তৰ শদিয়াত ডিব্ৰুগড় আঞ্চলিক পৰিষদৰ সৌজন্যত যোৱা বছৰ ডিব্ৰুগড় সন্মিলনত প্ৰতিনিধিত্ব কৰা খামতি, পাদম, ইছু আৰু তৈয়ামৰ জনজাতিৰ নেতৃবৃন্দৰ সমাবেশত এই প্ৰধান সম্পাদকৰ সভাপতিত্বতে অনুষ্ঠিত হোৱা আলোচনাচক্ৰ এই প্ৰসঙ্গতে তাৎপৰ্যপূৰ্ণ। শ্ৰীচৌখামুল গোঁহাই, প্ৰতীক পটম আৰু গোৱাপাটম, প্ৰেমবতম আদি নেতৃস্থানীয়লোক সকলে শদিয়াত অসম সাহিত্য সভাৰ এটি সাংস্কৃতিক কেন্দ্ৰ স্থাপন কৰাৰ যোগে সম্প্ৰীতি সুদৃঢ় কৰাত গুৰুত্ব দিয়ে। পূৰ্বে উল্লেখিত পাদম অসমীয়া মামৰ ভাষা শিক্ষা শ্ৰেণীৰ বাবে যুগুত কৰা পুথিখনো জিলা পৰিষদৰপৰাই যুগুত কৰা হৈছে।

এই বছৰ কাৰ্যনিৰ্বাহক সমিতিৰ পূৰ্ব সিদ্ধান্ত অনুযায়ী লিটু স্কুলৈ স্কুলটকা আৰু কাছাৰৰ দেশভক্ত তৰুণৰাম ফুকন গ্ৰন্থ, ই স্কুলৈ

দুশ পঞ্চাশ টকাৰ এককালিন দান সাহায্য দিয়া হয়। গড়গাঁও কাষৰ নগাগাঁও লাইব্ৰেৰী, শদিয়া, লিডু, ধুবুৰীৰ প্ৰতাপগঞ্জ অঞ্চলত কাছাৰৰ শিলচৰ, গড়বাঁন্ধতৰ সভাক প্ৰকাশনৰ পুথি দান হিচাপে দিয়া হয়। পূৰ্বে বিতৰণ কৰা বাতৰি কাকত আদিৰ যথাব্যৱস্থা কৰা হৈছে। আজীৱন সভ্য শ্ৰীভুবন ডেকাই বিতৰণৰ বাবে আঠৈকুৰি কিতাপ দান দিয়ে। কাৰ্য-নিৰ্বাহকৰ সদস্য শ্ৰীললিত শৰ্মাৰকতাৰ চেষ্টাত উত্তৰলক্ষীমপুৰ আৰু সীমান্তৱৰ্তী অঞ্চল পৰ্যন্ত সংগঠন বৃদ্ধি পাইছে। ধুবুৰীৰ খলিলুৰ ৰহমান, কাছাৰৰ শ্ৰীকুমাৰ মেধিয়ে স্থানীয়ভাৱে সংগঠনত গুৰুত্ব দিছে। সীমান্তৰ শদিয়া অঞ্চলত সভতে যোগাযোগ ৰখা শ্ৰীধৰ্মকান্ত গোহাঁয়ে সভাৰ প্ৰচাৰ ক্ষেত্ৰত ব্ৰতী হৈ আছে।

চাহ-বাগিছাৰ সাংস্কৃতিক জীৱনধাৰাৰ ওপৰত অসম সাহিত্যসভাৰ প্ৰচাৰ বিভাগে যুগুতকৰা 'চাহ বাগিছাৰ অসমীয়া' শীৰ্ষক পুস্তিকা সন্দৰ্ভত চাহ বনুৱা সম্প্ৰদায়ৰ নেতা শ্ৰীছত্ৰগোপাল কৰ্মকাৰকে ধৰি কাৰ্য-নিৰ্বাহকৰ সদস্য শ্ৰীনাৰায়ণ ঘাটোৱাৰ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শ্ৰীহৰেন ভূমিজৰ সহায় পোৱা গৈছে। প্ৰধান সম্পাদক কেবাখনো চাহবনুৱা ছাত্ৰ সন্থাৰ সভাত উপস্থিত থাকে। ইতিমধ্যে চাহবনুৱা শিক্ষিত সম্প্ৰদায়ৰ লগত বুজাপৰাৰ বাবে সম্ভৱপৰ প্ৰচেষ্টা চলোৱা হৈছে।"

মুঠতে নিজৰ অধ্যাপনা আৰু পৰিয়াল ভৰণ পোষণ কৰিও অবৈতনিক প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে অসম সাহিত্য সভাৰ বাবে বছৰটোত কিমান খাটিব লগা হৈছিল তাক কেৱল অনুমানহে কৰিব পাৰি। সভাপতি ভূঞা ডাঙৰীয়াৰ অসুস্থতা আৰু শেষৰ ফালে মৃত্যুৰ বাবে উপসভাপতি ডক্টৰ মহেশ্বৰ নেওগৰ ওপৰতে প্ৰধানকৈ সভাৰ

শীৰ্ষ নেতৃত্বৰ ভাৰ আছিল। দুজন যোগ্য সহকাৰী সম্পাদক নগেন শইকীয়া আৰু নন্দ তালুকদাৰৰ কথাও এই ক্ষেত্ৰত উল্লেখ যোগ্য।

## নেওগৰ প্ৰধান সম্পাদকৰ চতুৰ্থ আৰু শেষ বছৰ

প্ৰধান সম্পাদকৰ এই চতুৰ্থ আৰু শেষ বছৰটোৱেই আছিল নেওগৰ জীৱনৰ আটাইতকৈ কৰ্মব্যস্ত আৰু কৃতিত্বপূৰ্ণ বছৰ। এই বছৰতে নেওগ নিজেও যশস্যাৰ শীৰ্ষবিন্দুত আৰোহন কৰিছিল। তেওঁৰ চমু জীৱনৰ এনে গৌৰৱৰ বছৰ এটি আগতেও পোৱা নাছিল আৰু অকাল মৃত্যুৱে তেওঁক হৰি নিয়াত পাছতো আৰু সম্ভৱ নহল।

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ মুকলি অধিৱেশন ১৯৬৮ চনৰ ২৬, ২৭, ২৮ জানুৱাৰীত তেজপুৰত জ্ঞাননাথ বৰাৰ সভাপতিত্বও বহে। এই অধিৱেশনত নেওগক চতুৰ্থবাৰৰ কাৰণে প্ৰধান সম্পাদক নিৰ্বাচন কৰা হয়। বেজবৰুৱা শতবাৰ্ষিকীৰ আয়োজন নেওগৰ নেতৃত্বতে উদ্যমেৰে চলি থকাত নেওগকে পুনৰবাৰ প্ৰধান সম্পাদক নিৰ্বাচন কৰাটো একপ্ৰকাৰ অপৰিহাৰ্য হৈ উঠিছিল। কাৰণ নেওগ আগৰ বছৰত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ উপৰিও বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰো প্ৰধান সম্পাদক আছিল আৰু বেজবৰুৱা শতবাৰ্ষিকী সম্পৰ্কে কিছুমান উল্লেখযোগ্য আচনিও লৈছিল সেয়েহে নেওগক পুনৰ-বাৰ প্ৰধান সম্পাদক নিৰ্বাচিত কৰিবলৈ প্ৰবীণ সদস্যসকলে মত প্ৰকাশ কৰাত আৰু প্ৰতিনিধিসকলেও এই বিষয়ত প্ৰায় এক-মত হোৱাত অসম সাহিত্য সভাৰ নিয়মাৱলীৰ ৫ম ছেদৰ ২৮ সংখ্যক বিধিটোৰ লগত এটি সংযোজনা যোগ কৰা হয়।

নিয়মাৱলীৰ ছেদটি :

কাৰ্যনিৰ্বাহক সমিতিৰ কাৰ্যকাল একবছৰীয়া হ'ব। একেৰাহে কোনো সভ্য তিনিবছৰৰ অধিক কাল নিৰ্বাচিত হ'ব নোৱাৰিব।

সংযোজন ঃ

কোনো বিশেষ পৰিস্থিতিত বিষয় বাছনী সভাৰ দুই তৃতীয়াংশ সভ্যই তেওঁলোকক পুনৰ নিৰ্বাচন কৰিব পাৰিব।

নিয়মাৱলীৰ এই সংযোজন মতেই অপৰিহাৰ্য কাৰণত হৰিপ্ৰসাদ নেওগক চতুৰ্থবাৰৰ কাৰণে সৰ্বসন্মতিক্ৰমে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নিৰ্বাচন কৰা হ'ল। উল্লেখযোগ্য যে এই বছৰৰ সৈতে একেবাৰে দহবছৰকাল নেওগ অসম সাহিত্য সভাৰ বিষয় ববীয়া আছিল। (প্ৰথম ছবছৰ সহকাৰী সম্পাদক)। অসম সাহিত্য সভাৰ সুদীৰ্ঘ ইতিহাসত একেবাৰে দহবছৰলৈ বিষয়ববীয়া থকাৰ উদাহৰণ দ্বিতীয় এটি নাই।

## বেজবৰুৱা শতবাৰ্ষিকী আৰু নেওগ

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা শতবাৰ্ষিকী উৎসৱ অসমৰ ভিতৰে বাহিৰে যি উলহ-মালহেৰে হৈছিল তাৰ তুলনা পাবলৈ নাই। সম্ভৱতঃ ইয়াৰ আগতে আৰু ইয়াৰ পাছতো অসমৰ কোনো উৎসৱেই, ইমান সাৰ্বজনীনভাৱে আৰু উলহ-মালহেৰে উদ্‌যাপিত হোৱা নাছিল। এই উৎসৱ মহাযজ্ঞৰ প্ৰধান হোতা জনেই আছিল হৰিপ্ৰসাদ নেওগ।

১৯৬৮ চনৰ ৫ অক্টোবৰ তাৰিখে যোৰহাটৰ অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাঙ্গণত এই উৎসৱ আৰম্ভ কৰা হ'ল। সন্দিকৈ ভৱন প্ৰাঙ্গণত এই উদ্দেশ্যে সজা

অস্থায়ী ডাকঘৰত বেজবৰুৱা ডাকটিকত উন্মোচন কৰে অসমৰ ৰাজ্যপাল ব্ৰজকুমাৰ নেহৰুৱে। বেজবৰুৱা স্মৃতিস্তম্ভ উন্মোচন কৰে মুখ্য ন্যায়াধীশ শৰৎ কুমাৰ দত্তই। আবেলি জিলা পুথিভঁৰাল প্ৰাঙ্গণত বিৰাট সভামণ্ডপত মূল সভাৰ সভাপতিত্ব কৰে অসম সাহিত্য সভাৰ সভাপতি জ্ঞাননাথ বৰাই। অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঃ হীৰকান্ত শইকীয়াই এটি চমু ভাষণ পাঠ কৰে। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰ সম্পাদক হৰিপ্ৰসাদ নেওগে এখনি প্ৰতিবেদন পাঠ কৰে। সভাৰ বিশিষ্ট অতিথি স্বৰূপে যোগ দি বঙ্গদেশৰ ভাৰত বিখ্যাত সাহিত্যিক অন্নদা শঙ্কৰ ৰায়ে এটি তথ্য গধুৰ আৰু সম্প্ৰীতিমূলক ভাষণ দিয়ে। (উল্লেখযোগ্য যে অন্নদা শঙ্কৰ ৰায়ে যোৰহাটৰ উপৰিও ১২ অক্টোবৰ পৰ্যন্ত শিৱসাগৰ, ডিব্ৰুগড়, নগাওঁ, গুৱাহাটী আৰু চিলঙৰ বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানত যোগদান কৰিছিল। সভাত বেজবৰুৱাৰ কন্যা শ্ৰীমতি অৰুণা মুখাৰ্জ্জী আৰু শ্ৰীমতী ৰত্নাকুমাৰী বৰুৱাই যোগদান কৰি সৌষ্ঠৱ বৃদ্ধি কৰিছিল। অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই যোৰহাটৰ সভা আৰু তাৰ পিছদিনা শিৱসাগৰৰ সভাতো যোগদান কৰি সভাৰ গাম্ভীৰ্য বৃদ্ধি কৰিছিল। সেইদিনাই পুৱাবেলা জাতিবৰ্ণ ধৰ্মনিৰ্বিশেষে বিপুল সংখ্যক ৰাইজৰ এটি ডমাইলজোৱা শোভাযাত্ৰাইও নগৰ পৰিভ্ৰমণ কৰিছিল। মুঠতে যোৰহাটৰ এই কেন্দ্ৰীয় উৎসৱটি অসম সাহিত্য সভাৰ মুকলি অধিবেশনৰ সমকক্ষ হৈছিল। ৬ অক্টোবৰত এনে উলহ মালহেৰেই শিৱসাগৰত বেজবৰুৱা শতবাৰ্ষিকী উৎসৱ পালন কৰা হৈছিল। শিৱসাগৰত স্মৃতিগ্ৰন্থ উন্মোচন কৰিছিল মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই আৰু মূল সভাৰ সভাপতিত্ব কৰিছিল শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই। ১০ অক্টোবৰত গুৱাহাটীৰ উৎসৱত সভাপতিত্ব কৰিছিল পদ্মশ্ৰী নলিনী বালা দেৱীয়ে। ইয়াৰ উপৰিও

বাগ্মীবৰ শ্ৰীনীলমনি ফুকনে ধুবুৰী, গোৱালপাৰা আৰু কাছাৰত শ্ৰীমিত্ৰদেব মহন্তই মিকিৰ পাহাৰৰ ডিফুত, শ্ৰীবেণুধৰ শৰ্মাই উত্তৰ লক্ষীমপুৰত আৰু শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই বিভিন্ন ঠাইৰ সভাসমূহত সভাপতিত্ব কৰিছিল। ৰাজধানী চিলঙত অনুষ্ঠিত শতবাৰ্ষিকী সভাত সভাপতিত্ব কৰিছিল হৰিপ্ৰসাদ বৰুৱাই আৰু তেজপুৰৰ সভাত সভাপতিত্ব কৰিছিল পদ্মধৰ চলিহাই।

যোৰহাটৰ বালিগাঁৱত বেজবৰুৱা শতবাৰ্ষিকী উৎসৱত বিৰাট সমদল যাত্ৰা কৰিছিল আৰু দিচৈ কাষ আলিটোৰ নামকৰণ কৰা হৈছিল লক্ষীনাথ বেজবৰুৱা পথ। মূল সভাত সভাপতিত্ব কৰিছিল শ্ৰীবেণুধৰ শৰ্মাই। এইদৰে অসমৰ গাঁৱে-নগৰে, পৰ্বতে-কন্দৰে, স্কুলে-কলেজে অগনণ ঠাইত অসম সাহিত্য সভাৰ শাখাসভা সমূহৰ যোগেদি আৰু অন্যান্য শিক্ষা সংস্কৃতিমূলক অনুষ্ঠানৰ যোগেদিও ছমাহ জুৰি বেজবৰুৱা শতবাৰ্ষিকী উৎসৱ পালন কৰা হৈছিল। প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগেই সেইছমাহ উশাহ চুৰ্তি নোহোৱাকৈ বিভিন্ন সভা সমিতিত টাকুৰী ঘূৰাদি ঘূৰি থাকিব লগা হৈছিল আৰু তেওঁ এই কাম অতি উৎসাহ আৰু আনন্দেৰে সৈতে কৰিছিল।

অসমৰ বাহিৰত হোৱা বেজবৰুৱা শতবাৰ্ষিকী উৎসৱৰ চমু বিৱৰণ তলত দিয়া হ'ল :—

১০ নবেম্বৰত কলিকতাৰ বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানত জাতীয় অধ্যাপক ( National Professor ) ডঃ সুনীতি কুমাৰ চেটাৰ্জী, শ্ৰীহেমাঙ্গ বিশ্বাস, শ্ৰীক্ষিতীশ ৰায়ে যোগদান কৰি ভাষণ দিয়ে। এই সভা বহিছিল কলিকতাৰ চৰকাৰী ইনফৰমেচন চেণ্টাৰত। সভাৰ আগতে এই উপলক্ষে অনুষ্ঠিত আৰু শ্ৰীকুল গগৈৰদ্বাৰা আয়োজিত অসমীয়া পুথি প্ৰদৰ্শনী ডঃ সুনীতি কুমাৰ চট্টোপধ্যায়ে মুকলি কৰে।

১৯।২০ নবেম্বৰত কোশল সাহিত্য সমাজৰ উদ্যোগত সমগ্ৰ পশ্চিম উৰিষ্যাৰ জনসাধাৰণে এজন জাতীয় সাহিত্যিক হিচাবে বেজবৰুৱাৰ স্মৃতিত সম্মান দেখুৱায়। বেজবৰুৱাৰ উৰিষ্যাৰ বাসস্থান সম্বলপুৰত হোৱা অনুষ্ঠানত কোশল সাহিত্য সমাজৰ সভাপতি শ্ৰীশ্ৰদ্ধাকৰ সুপকাৰ এম-পি আৰু ডঃ হৰেকৃষ্ণ মেহতাবৰ সক্ৰিয় যোগদান উল্লেখযোগ্য। প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ উপৰিও এই উৎসৱ অসম সাহিত্য সভাৰ প্ৰতিনিধিত্ব কৰিছিল ডঃ মহেশ্বৰ নেওগ আৰু শ্ৰীযোগেশ দাসে আৰু যোৰহাটৰ বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰ প্ৰতিনিধিত্ব কৰিছিল শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে। উল্লেখযোগ্য যে বেজবৰুৱাৰ সম্বলপুৰৰ ভৱনটো স্থায়ী স্মৃতি হিচাবে ৰাখিবলৈ কোশল সাহিত্য সভাই এটি প্ৰস্তাৱ আগবঢ়াইছিল। অসম সাহিত্য সভাৰ ফালৰ পৰাও এই ক্ষেত্ৰত বিশেষভাৱে দাবী জনোৱা হৈছিল।

২৪ নবেম্বৰ তাৰিখে অনুষ্ঠিত নতুন দিল্লীৰ বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানত সভাপতিত্ব ক'ৰিছিল বিখ্যাত গান্ধীবাদী নেতা আৰু সুলেখক কাকাচাহাবে কালেলকাৰে, অনুষ্ঠানত সাহিত্যৰথীজনাৰ প্ৰতিচ্ছবি উন্মোচন কৰি ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইনে বেজবৰুৱাক এগৰাকী জাতীয় সাহিত্যিক হিচাবে আখ্যা দিয়ে। "দিল্লীৰ মাৱালংকাৰ হলত হোৱা সভাত ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইনৰ উপস্থিতি বিশেষ উল্লেখযোগ্য, যিটোৱে বেজবৰুৱা আৰু অসমীয়াক সমগ্ৰ ভাৰতৰ চকুত দাঙি ধৰিলে।" ( শ্ৰীযোগেশ দাসৰ 'বেজবৰুৱা শতবাৰ্ষিকী আৰু হৰিপ্ৰসাদ নেওগ' প্ৰবন্ধৰ পৰা )। নতুন দিল্লীৰ অনুষ্ঠানত ভাৰতীয় সাহিত্য একাডেমীৰ সচিব ডঃ প্ৰভাকৰ মাচুৱে আৰু শিক্ষামন্ত্ৰী ডঃ ত্ৰিগুণাসেনে অসমীয়া সাহিত্য আৰু বেজবৰুৱা সম্পৰ্কে আলোচনা কৰে। দিল্লীৰ বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানত হৰিপ্ৰসাদ নেওগৰ ব্যক্তিগত প্ৰচেষ্টাত অসমৰ চৰকাৰী সাংস্কৃতিক বিভাগৰ যোগেদি

শ্ৰীৰঁদ্ৰ বৰুৱাৰ নেতৃত্বত এটি সাংস্কৃতিক দলগে গীত-মাত পৰিবেশন কৰাৰ উপৰিও বেজবৰুৱাৰ পাচনি নাটকৰ অভিনয় প্ৰদৰ্শন কৰি প্ৰশংসা অৰ্জ্জন কৰিছিল ।

অসম সাহিত্য সভাৰ আহ্বানত সহাৰি দি ভাৰতৰ বিভিন্ন ঠাইত আৰু লণ্ডনতো অসমীয়া ভাষা-সাহিত্য প্ৰেমী লোকসকলে বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানৰ আয়োজন কৰে । কলিকতা আৰু দিল্লীৰ অনুষ্ঠানতো অসম সাহিত্য সভাৰহৈ প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ উপৰি ডঃ মহেশ্বৰ নেওগ আৰু শ্ৰীযোগেশ দাসে প্ৰতিনিধিত্ব কৰিছিল। অসম সাহিত্য সভাৰ ফালৰ পৰা কলিকতা, সম্বলপুৰ আৰু দিল্লীলৈ বেজবৰুৱাৰ একোখনি তৈলচিত্ৰ দান দিয়া হৈছিল । যোৰহাটৰ অসম সাহিত্য সভাৰ কেন্দ্ৰীয়-কাৰ্য্যলয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বেজবৰুৱাৰ এখনি পূৰ্ণঅবয়ৱ ( Life size ) প্ৰতিকৃতি স্থাপন কৰা হৈছিল। ইয়াৰ বাহিৰেও কহিমা, ডিফু, চিলচৰ, ধুবুৰী আৰু শদিয়াত বেজবৰুৱাৰ একোখনি চিত্ৰ উন্মোচন কৰা হৈছিল।

উল্লেখযোগ্য যে বেজবৰুৱা শতবাৰ্ষিকীৰ বাবে দুবছৰৰ আগৰ পৰাই কৰ্মতৎপৰ হৈ থকাৰ উপৰিও শতবাৰ্ষিকী উৎসৱ চলিথকা প্ৰায় দুমাহ কাল তেওঁৰ খাৱন-শোৱন নাছিল। তেওঁ শদিয়াৰ পৰা দিল্লালৈকে ঘূৰি ফুৰিবলগা হৈছিল আৰু সততে উদ্বিগ্ন আৰু কৰ্ম্মব্যস্ত হৈ থাকিব লগা হৈছিল। বকুলবনৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱে উদাৰ ভাৱে কোৱা কথাষাৰেই ঠিক—হৰিপ্ৰসাদ নেওগ অবিহনে বেজবৰুৱা শতবাৰ্ষিকী উৎসৱে এনে সৰ্ব্বাত্মক ৰূপ ল'ব নোৱাৰিলেহেঁতেন।

বেজবৰুৱা শতবাৰ্ষিকীত অসম সাহিত্য সভাৰ প্ৰকাশন

১। সাহিত্যৰথী বেজবৰুৱা ( সম্পূৰ্ণ জীৱনী ) শ্ৰীযতীন্দ্ৰনাথ গোস্বামী।
২। বেজবৰুৱাৰ প্ৰবন্ধবাছনী সংকলন : শ্ৰীযতীন্দ্ৰনাথ গোস্বামী।

৩। বেজবৰুৱা প্ৰতিভা (প্ৰবন্ধ সংকলন) সম্পাদক শ্ৰীমহেশচন্দ্ৰ দেৱগোস্বামী

৪। Religion of love and Devotion (বেজবৰুৱাৰ বৰোদা বক্তৃতা) সম্পাদক—ড. মহেশ্বৰ নেওগ।

৫। বেজবৰুৱাৰ চিত্ৰলেখা ,, ,,

৬। বেজবৰুৱাৰ পত্ৰলেখা , ,,

৭। বেজবৰুৱাৰ দিনলেখা ,, ,,

৮। সাহিত্যৰথী বেজবৰুৱা (হিন্দীত)

৯। ,, , (ইংৰাজী)

১০। ,, ,, (ইংৰাজী)

১১। আমাৰ লক্ষ্মীনাথ (শিশুৰ বাবে) – শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা।

১২। বেজবৰুৱাৰ বাণী সংকলন : শ্ৰীহৰিপ্ৰসাদ নেওগ।

অসম সাহিত্য সভাৰ সেইসময়ৰ আথিক সংকটলৈ ভ্ৰুক্ষেপ নকৰি প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে সাহ কৰি প্ৰেছত দি এই ১২খন কিতাপ বেজবৰুৱা শতবাৰ্ষিকীৰ সময়ত পাঠক সকলৰ হাতত দিব পাৰিলে।

তদুপৰি অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই অসম সাহিত্য সভাৰ হৈ সংকলন সম্পাদন কৰা দুটা খণ্ডত (Volume) বিভক্তি সুবৃহৎ বেজবৰুৱা গ্ৰন্থাৱলী 'সাহিত্য প্ৰকাশে' প্ৰকাশ কৰে। আৰু অধ্যাপক হাজৰিকা সম্পাদিত (অসম সাহিত্য সভাৰ হৈ) বেজবৰুৱা গল্পসংকলন 'কেহোকলি' নিউবুকষ্টলে প্ৰকাশ কৰে। আৰু হাজৰিকায়েই সংকলন সম্পাদন কৰি দিয়া বেজবৰুৱাৰ 'ভাষা আৰু সাহিত্য' গ্ৰন্থ সাহিত্য প্ৰকাশে প্ৰকাশ কৰে। সুবৃহৎ বেজবৰুৱা গ্ৰন্থাৱলী প্ৰকাশ এইবছৰৰ সৰ্ব্বাধিক উজ্জল কীৰ্ত্তি বুলি ক'ব পাৰি বেজবৰুৱাৰ ৰচিত ১৮ খনি গ্ৰন্থহে বেজবৰুৱা জীৱন কালত (১৯৩৮ চনৰ ২৬ মাৰ্চৰ ভিতৰত) প্ৰকাশ হৈছিল।

কিন্তু বেজবৰুৱা গ্ৰন্থাৱলীত বেজবৰুৱাৰ মুঠ ৪২ খনি গ্ৰন্থ অন্তৰ্ভুক্ত হৈছে। গ্ৰন্থ আকাৰে অপ্ৰকাশিত কিন্তু জোনাকী, উষা, বাঁহী, অসমীয়া, 'আলোচনী' আদিত সিচৰতি হৈ আছিল। বেজবৰুৱাৰ বিক্ষিপ্ত ৰচনাসমূহ একেঠাই কৰি বেজবৰুৱা শতবাৰ্ষিকী বছৰতে প্ৰকাশ কৰিব পৰাটো এটা উল্লেখযোগ্য আৰু অতিপ্ৰয়োজনীয় কথা। প্ৰবীণ সাহিত্যিক অসমীয়া ভাষা সাহিত্যৰ আজীৱন অক্লান্ত পূজাৰী শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱৰ ওচৰত এইক্ষেত্ৰত অসমীয়া জাতি কৃতজ্ঞতাৰ পাশত আৱদ্ধ হৈ আছে। বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে বেজবৰুৱাৰ সাহিত্য প্ৰতিভাৰ বিভিন্ন দিশৰ তথ্যগধুৰ আলোচনা থকা প্ৰবন্ধৰাজিৰে শ্ৰীদুৰ্গেশ্বৰ শৰ্মাৰ সম্পাদনাত অসম সাহিত্য সভা পত্ৰিকাৰ এটি বিশেষ সংখ্যা প্ৰকাশ হৈছিল।

## অমৰ লক্ষ্মীনাথ

৯ অক্টোবৰ (১৯৬৮ চন) তাৰিখে বেজবৰুৱা 'তথ্যচিত্ৰ' 'অমৰ লক্ষ্মীনাথ' গুৱাহাটীৰ ৰূপশ্ৰীত মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই উন্মোচন কৰে 'অমৰ লক্ষ্মীনাথ' সম্পাদনা আৰু পৰিচালনা কৰিছিল - শ্ৰীকমল নাৰায়ণ চৌধুৰীয়ে আৰু প্ৰযোজনা কৰিছিল শ্ৰীফণী তালুকদাৰে। ৰাজ্যচৰকাৰে এই তথ্য চিত্ৰৰ বাবে ১৪ হেজাৰ টকা দিছিল আৰু বাকীখিনি টকা বেজবৰুৱা শতবাৰ্ষিকী সমিতিয়ে বহন কৰিব লগা হৈছিল। এই তথ্য চিত্ৰৰ বাবেও প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগে কম উদ্বিগ্নতা আৰু কৰ্মব্যস্ততা প্ৰকাশ কৰিব লগা নহৈছিল। যি কি নহওক অসমীয়া মহৎলোকৰ ওপৰত এইখনেই আছিল প্ৰথম তথ্যচিত্ৰ আৰু এই কাৰ্যও বেজবৰুৱা শতবাৰ্ষিকীৰ কীৰ্ত্তি।

বেজবৰুৱা শতবাৰ্ষিকীৰ উপলক্ষে শিশু উপযোগী গ্ৰন্থৰ (বেজবৰুৱাৰ ওপৰত) প্ৰতিযোগিতা পতা হৈছিল আৰু শ্ৰেষ্ঠস্থান লাভ কৰি পুৰস্কাৰ লাভ কৰিছিল অধ্যাপিকা বাণী পাঠকে। বেজবৰুৱাৰ ওপৰত প্ৰথম হৈছিল শ্ৰীভৱানন্দ বৰা আৰু ৰচনাত প্ৰথম হৈছিল উচ্চ পৰ্যায়ত শ্ৰীচিত্ৰলেখা দত্ত আৰু নিম্নপৰ্যায়ত শ্ৰীমতী জয়াদেৱী। এই সকলকো উপযুক্তভাৱে পুৰস্কৃত কৰা হৈছিল।

বেজবৰুৱা শতবাৰ্ষিকী 'উৎসৱৰ এনে সৰ্বাংগ সাফল্যৰ বাবে মুখ্য প্ৰধানকৈ হৰিপ্ৰসাদ নেওগেই দায়ী আছিল তাৰ নিদৰ্শন স্বৰূপে তলত শ্ৰীযোগেশ দাসে 'অসম সাহিত্য সভা পত্ৰিকা' ত্ৰিংশ বছৰ দ্বিতীয় সংখ্যাত লিখা 'বেজবৰুৱা শতবাৰ্ষিকী আৰু হৰিপ্ৰসাদ নেওগ' প্ৰবন্ধৰ "পৰা তলৰ কথাখিনি তুলি দিয়া হ'ল

"সঁচা কথা যে বেজবৰুৱা শতবাৰ্ষিকী পালনাৰ্থে কাৰ্যনিৰ্বাহক সমিতিয়ে এখন আহল-বহল সমিতি গঠন কৰি দিছিল; এই লিখকো তাৰে এটি ক্ষুদ্ৰ অংশ আছিল। আৰু সময়ে সময়ে আঁচনি এই সমিতিত আলোচনা-বিলোচনা কৰিয়েই কৰা হৈছিল। কিন্তু তথাপি স্বীকাৰ কৰিব লাগিব যে এই সমিতি তথা সাহিত্য সভাৰো প্ৰধান সম্পাদক স্বৰূপে হৰিপ্ৰসাদ নেওগেই এই আঁচনিৰ পাতনি মেলিছিল, নাইবা কিছুকাম আনৰ হতুৱাই কৰাই লৈছিল। অক্লান্ত চেষ্টা, অসীম ধৈৰ্য আৰু নিছিদ্ৰ সতৰ্কতাৰে। যেনে অসম ভূমি আৰু অসমৰ বাহিৰতো এই উৎসৱ সাফল্যমণ্ডিত কৰি তুলিবৰ কাৰণে তিনিলাখ টকাৰ আয়ব্যয়ক (বাজেট) নিৰ্দ্ধাৰণ কৰা হৈছিল; তাৰে কিছু অংশ চৰকাৰৰ পৰা পোৱা আশা কৰা হৈছিল। কিন্তু বাদ বাকী অংশ সভাৰ শাখাসমূহৰ যোগেদি বাইজৰ পৰা সংগ্ৰহ কৰাৰ সিদ্ধান্ত কৰা হৈছিল। এই বাজহুৱা বৰঙণি তোলাৰ ব্যৱস্থা নেওগৰ নিজা কাৰ্যসূচী মতেই কৰা হৈছিল। শাখাবিলাকৰ যোগেদি

ছুৰাৰ ছুটা স্তৱত ধন তোলাৰ এই কাৰ্যসূচী বৰ কৃতকাৰ্য নহ'ল। কিন্তু নেওগে যে ভাণ্ডৰ অংকৰ সেই ধন তুলিবলৈ বিশেষভাৱে মনোনিবেশ কৰিছিল তাৰ প্ৰমাণ তেওঁৰ এই বিস্তৰ সূচীৰ কল্প-নাতে পোৱা যায়।

আন এটি উদাহৰণ হৈছে। 'অমৰ লক্ষ্মীনাথ' ডকুমেণ্টাৰীৰ কাৰণে পুঁজি সংগ্ৰহ। সঁচা কথা ক'বলৈ গ'লে ইয়াৰ কাৰণে তালেখিৰি লগৰীয়া এই লিখক আৰু শ্ৰীনন্দ তালুকদাৰ। হৰিপ্ৰসাদ নেওগৰ ইচ্ছা থাকিলেও সম্পাদকৰূপে কাৰ্যনিৰ্বাহক সমিতিত খুলি ক'বলৈ তেওঁ অলপ টান পাইছিলযেন লাগে। কিন্তু অগাপিছাকৈ আমি দুজনে যেতিয়া টকাৰ কাৰণে জোৰ দি ধৰিলো তেতিয়া ডঃ মহেশ্বৰ নেওগৰ সভাপতিত্বত বহা কাৰ্যনিৰ্বাহক সমিতিয়ে তাক মঞ্জুৰ কৰিলে। ইয়াৰ পিছৰ পুৰ'ৰ সংগ্ৰামৰ দায়িত্ব হ'লে হৰিপ্ৰসাদ নেওগে বিনাদ্বিধাই মূৰ পাতি ল'লে। শ্ৰীফণী তালুক-দাৰ আৰু শ্ৰীকমল চৌধুৰীক ডকুমেণ্টৰীখন কৰাৰ ভাৰ দি টকা পইচাকে আদি কৰি অন্যান্য আয়োজনৰ কামত জপিয়াই পৰিল হৰিপ্ৰসাদ নেওগ। মনত পেলালে আজিও চকুৰ আগত ভাঁহি উঠিব খোজে আমি— নেওগ, মই, শ্ৰীফণী তালুকদাৰ, শ্ৰীনগেন শইকীয়া আৰু আকাশবাণীৰ বিহাৰী বিষয়া শ্ৰীসুদামা শৰ্মা। তেওঁ অসম দৰ্শন কৰাৰ মানসে নিজে নিজৰ খৰচ দি আমাৰ লগ লৈছিল উজনি অসম চলাপাত কৰাৰ সেই দৃশ্য; মটৰেৰে গৈ যোৰহাটত এভুমুকি মাৰি শিৱসাগৰ, নাজিৰা, সোনাৰী, সাপেখাতী, ছুলিয়াজান, নামৰূপ, তিনিচুকীয়া, ডুমডুমা বৰপাই, ডিব্ৰুগড় এইবোৰ ঠাই ভোক ভাগৰ আৰু পেটৰ অসুখেৰ ঘুৰিফুৰি খোলাকটি বুটলিছিলোঁ। গোলাঘাটৰ সৰুপথাৰ, বৰপথাৰ, অৰুণলৈকো শ্ৰীবিশ্বেশ্বৰ হাজৰিকাক গাইড কৰি লৈ গৈছিলোঁ।

হাটখোলাৰ লোটেবা চা'ৰ দোকানত চাহ-লুচি খাব লগা হৈছিল। ভোকত থাকিব নোৱাৰি তাতে দলৰ এজনৰ আকৌ ভোকো বেচি। সোনাৰীত কবি শিল্পী পাৰ্ব্বতী প্ৰসাদ বৰুৱাৰ 'সোণালী পাম সোমাই শ্ৰীকামাখ্যা প্ৰসাদ বৰুৱাক লগ ধৰি গৈ যেতিয়া 'লাহৰী চাহাব' শ্ৰীমোক্ষদা প্ৰসাদ বৰুৱাৰ বঙলাত চুচুক চামাককৈ সোমালগৈ তেতিয়া চাহ-জলপান গোগ্ৰাসে গিলি (সেই দুইবজামানলৈকে আমি খাবলৈ পোৱা নাছিলোঁ।) সেই ভুকায়া বন্ধুজনৰ কাৰণেই লোত সোমোৱাটো ধৰা পৰি গ'ল আৰু 'লাহৰী চাহাবে' পুতৌতে এই আগতেই ক্ৰিয় নকলে ধৰণৰ ক্ষোভ প্ৰকাশ কৰি তেতিয়াই পেট পুৰাই খাই লব পৰা দিহা কৰি দিলে। বৰুৱা বৰুৱাণীৰ সেই কৃপাৰ কথা আমাৰ স্মৃতি পটত চিৰসেউজীয়া হৈ থাকিব।

এই ধৰণৰ অনিয়মৰ ফলতে পেটৰ অসুখত আমি বাটে পথে এজন এজনকৈ পৰি গৈছিলোঁ। হৰিপ্ৰসাদ নেওগেতো চিৰদিনেই কিবা এবিধ হজমী লাগ খাগেই থাকে তেতিয়াও খাইছিল। আমি বহুত ঠাইত নিৰাশ হৈছিলোঁ, কিছুমানত আশাতীত মৰম পাইছিলো। লক্ষ্মীনাথ বেজবৰুৱাক তথা অসমীয়া জাতিৰ প্ৰতি অকৃতিম শ্ৰদ্ধা দেখা পাইছিলোঁ। বেজবৰুৱাক কেন্দ্ৰ কৰিয়ে অসমীয়া মানুহৰ এটা সজাগতা আছিছিল, সেই সজাগতাৰ এটি ক্ষুদ্ৰ অংশ এনেধৰণৰ ভ্ৰমণ বিলাক আছিল, আৰু সেৰ কাৰণে চিঠি লিখি, ফোন কৰি ব্যক্তিগত ভাবে লগ ধৰি এটা পৰিবেশ সৃষ্টি কৰাৰ গুৰিত আছিল হৰি প্ৰসাদ নেওগ।

বেজবৰুৱা ডাকটিকত আৰু বেজবৰুৱা গ্ৰন্থাৱলী প্ৰকাশ এই দুটা হৰি প্ৰসাদ নেওগৰ উদ্যোগৰ প্ৰত্যক্ষ ফল। বেজবৰুৱা ডাকটিকতেই এজন অসমীয়াক লৈ ভাৰতৰ ডাক তাৰ বিভাগে উলিওৱা গোন প্ৰথম ডাকটিকত। দিল্লীত থকা আমাৰ এমপি সকলৰ যোগেদি

আৰু পোনপটীয়াকৈও, তথা অসম চৰকাৰৰ যোগেদি নেওগে ইযাৰ কাৰণে চেষ্টা কৰি আছিল গুৱাহাটীৰ সাহিত্য প্ৰকাশক বেজবৰুৱা গ্ৰন্থাৱলী প্ৰকাশ কৰিবলৈ মান্তি কৰোৱা আৰু অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰীকাদেৱক সংগ্ৰহ সম্পাদনাৰ ভাৰ দিয়া এই দুয়োটাতে নেওগে শুদ্ধ বিচাৰ বুদ্ধিৰ কাম 'কৰিছিল। মনত আছে নেওগৰ নেতৃত্ব আমি সজাতি দলে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা দেৱক লগধৰিবলৈ গৈছিলোঁ। কম কথাৰ মানুহ চলিহাদেৱে, মনত ভাবিছিল যদিও, সৰহীয়া ধন দিয়াৰ কথা ব্যক্ত কৰা নাছিল। কিন্তু আমাৰ কথা মতেই লগে লগে ফোন কৰি পষ্টেল কৰ্তৃপক্ষৰ পৰা স্মাৰক ডাকটিকত উলিওৱাটো যে খাটাং সেই খবৰ আনি দিলে। চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ সম্মুখত আটক ধুনীয়া বিশেষ বেজবৰুৱা ডাকঘৰ খুলি শতবাৰ্ষিকী আটক উৎসৱ মুকলি হবৰ দিনা পোষ্টমাষ্টৰ জেনেৰেলে মুখ্যমন্ত্ৰী চলিহাদেৱক টিকত আৰু ফ'ল্ডাৰ বিক্ৰী কৰি বেজবৰুৱা টিকতৰ শুভউদ্বোধন কৰিছিল।

নেওগ এনেয়ে বৰ সৰল, ·উদাৰ মানুহ সাহিত্য সভাৰ কামত তেওঁৰ বহুটো লটি-ঘটি হৈছিল বুলি গম পাওঁ। তেওঁৰ বিৰুদ্ধে লাগি থকা লোকো আছিল। কিন্তু ছফুট ওখ হাঁহিমুখীয়া মানুহ জনক দেখিলে সেই বিলাক একো ধৰিব নোৱাৰি। কৌশল খটোৱা আৰু সাহসিকতাৰে আগবঢ়াও যে তেওঁৰ গুণ, এই কথা বাহিৰৰ পৰা বুজিবৰ উপায় নাই।

ধাৰ লাগিছিল, কিন্তু ধাৰ মৰিল।

বেজবৰুৱাৰ শতবাৰ্ষিকী উৎসৱ যজ্ঞৰ প্ৰধান হোতা আছিল হৰি-প্ৰসাদ নেওগ। নেওগে অতি সাহস ,আৰু দক্ষতাৰে এই উৎসৱ সৰ্বভাৰতীয় আৰু সাৰ্বজনীন পৰ্যায়ত ৰূপায়ণ কৰিলে। কিন্তু

আশা কৰা মতে ধন মুঠাত থাকো থাকি গ'ল যথেষ্ট। এই বিষয়ে নেওগৰ দুজন ঘনিষ্ঠ সহযোগী যোগেস দাশ আৰু নন্দ তালুকদাৰ অসম সাহিত্য সভা পত্ৰিকাত ( ত্ৰিংশ বছৰ দ্বিতীয় সংখ্যা ) লিখা প্ৰবন্ধৰ পৰাই তলৰ কথা খিনি তুলি দিছোঁ।—

"তথাপি খৰছৰ কথাটো বৈ গ'ল। শতবাৰ্ষিকী উৎসৱ হৈ যোৱাৰ পিছত প্ৰকাশ্যে নহলেও গুণগুণনি উঠিল যে নেওগে বহুত ধন অবথা ভগন কৰিলে, হাজাৰ হাজাৰ টকা সাহিত্য সভাৰ নামত ধাৰ লগা গ'ল। বিশেষ পুঁজিৰ ধনো আনি ভাঙিলে। টেক্সিৰ হিচাবেই ......... ........ ....... ...... ইত্যাদি। কোনেও অস্বীকাৰ নকৰে যে ধন ভগন হ'ল, ধাৰো লাগিল। ইয়াকো সকলোৱে স্বীকাৰ কৰিব যে অধ্যাপক যতীন্দ্ৰনাথ গোস্বামীয়ে কাৰ্য-ভাৰ লৈ অনেক চেষ্টা কৰি সভাৰ ধাৰ বহুলাংশ মাৰিছে। পৰৱৰ্তী কাৰ্যনিৰ্বাহকসমূহে এই ধাৰৰ বোজা বহন কৰি যাব লাগিব। কিন্তু এই কথাও সত্য যে আশাকৰা মতে বাজ্যৰ পৰা বৰঙনি নুঠিল। যি তিনিলাখ টকাৰ আচনি কৰা হৈছিল তাৰ এক তৃতীয়াংশমানহে কিজানি উঠিল। এই বুলিয়েই বিৰাট উৎসৱটো নেওগে পালন কৰি থ'ব লাগিছিলনে? নে এই উৎসৱৰ দ্বাৰা অসমীয়া জাতিৰ মাজত এটা জাগৰণ আনি দিয়াৰ কাৰণে আমি হৰিপ্ৰসাদ নেওগক চিৰকাল স্মৰণ কৰিবহে লাগিব। যোৰহাটৰ প্ৰধান উদ্বোধনী উৎসৱত যি এক মেলাৰ পৰিবেশ সৃষ্টি হৈছিল তাত সকলোৱে উপলব্ধি কৰিব পাৰিছিল যে এজন ডেকাৰ অক্লান্ত চেষ্টাই এটা জাতিৰ সপোনক বাস্তৱত ৰূপায়িত কৰিলে তাত ধন ভগন হোৱাটো বৰ ডাঙৰ কথা নহয়।"

"তেওঁ নিজৰে ঘৰ সংসাৰলৈ পিঠি দিয়েই এই গোটেইবিলাক কাম যে কৰিছিল সেই কথা নেওগৰ পত্নী শ্ৰীমতী নিৰুপমা নেওগৰ

আৰু তেওঁলোকৰ 'জৰা' কে আদি কৰি তিনিটি ল'ৰা-ছোৱালীক নেওগৰ সৈতে ঘৰত দেখিলেই বুজিব পৰা গৈছিল। সেইখন ঘৰৰ আতিথ্য গ্ৰহণ কৰি আমি বহুতেই সেইটো বুজিব পাৰিছিলো।"

( যোগেশ দাস )

"বেজবৰুৱা শতবাৰ্ষিকী উৎসৱ এনে অভূতপূৰ্বভাৱে সাফল্যমণ্ডিত হোৱাৰ মূলতে আছিল প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ অক্লান্ত শ্ৰম আৰু অদম্য কৰ্মপ্ৰেৰণা।

অৱশ্যে হৰিপ্ৰসাদ নেওগৰ কাৰ্যকালৰ অন্তত সাহিত্য সভাৰ ভাগে কেইহাজাৰ টকাৰ ধাৰ হৈছিল। বেজবৰুৱা শতবাৰ্ষিকী উৎসৱত অপৰিকল্পিতভাৱে ধন খৰছ কৰা বুলি বহুতে নেওগক কটু সমালোচনা কৰিছিল। বহুতো বৰেণ্য সাহিত্যিক জননেতাক লৈ এখন উৎসৱ সমিতি গঠন কৰা হৈছিল। এই উৎসৱ সমিতিত কেবাজনো উপসভাপতি, যুটীয়া সম্পাদক, সহকাৰী সম্পাদক আৰু সদস্য অন্তৰ্ভুক্ত কৰা হৈছিল। ৰবপৰিতাপৰ কথা, উক্ত সদস্যসকলৰ বহুতেই বেজবৰুৱা উৎসৱৰ সকলো আঁচনি নিৰ্বিবাদে সমৰ্থন কৰি পিছত আকৌ ধাৰ লগাৰ বাবে গা এৰাদি কটু সমালোচনা কৰা দেখা গৈছিল। যদি উৎসৱৰবাবে অপৰিকল্পিত ভাৱে ধন খৰছ কৰা বাবে প্ৰধান সম্পাদক স্বৰূপে হৰিপ্ৰসাদ নেওগ দায়ী, তেন্তে উৎসৱ সমিতিৰ সদস্য সকলো তাৰ বাবে সমানে জগৰীয়া। কাৰণ সকলো কাৰ্য কৰা হৈছিল উৎসৱ সমিতিৰ অনুমতি সাপেক্ষেহে।

দ্বিতীয়তে, নেওগৰ কাৰ্য্যকালত সাহিত্যসভাৰ যি ধাৰ হৈছিল সেই অকল বেজবৰুৱা উৎসৱৰবাবে হোৱা ধাৰ নহয়। ইয়াৰ আগতে দুটা শতবাৰ্ষিকী উৎসৱ পালন কৰা হয়। ইয়াৰ উপৰি তেওঁৰ কাৰ্য্যকালত আৰু কেইখনমান পুথি প্ৰকাশ হৈছিল। এই গ্ৰন্থৰাজিৰ বাবে কোনো

কালৰ পৰা অনুদান পোৱা নাছিল, নাইবা বাইজৰ পৰাও দান সংগ্ৰহ কৰা হোৱা নাছিল। আনহাতে গ্ৰন্থৰাজি প্ৰকাশত হাজাৰ হাজাৰ টকা খৰচ হৈছিল। ইয়াৰ ফলস্বৰূপে ধাৰৰ অংক বাঢ়ি গৈছিল। কিন্তু এনেবোৰ কাৰ্যৰ বাবে যি ধাৰ হৈছিল সেই ধাৰো পিছত পৰিশোধ হৈছিল প্ৰকাশিত গ্ৰন্থৰাজিৰ মূল্যেৰে।"

বেজবৰুৱা শতবাৰ্ষিকী বছৰৰ অন্যান্য উল্লেখযোগ্য কাম

নেওগৰ প্ৰধান সম্পাদকৰ এই চতুৰ্থ বছৰটোত বেজবৰুৱা শতবাৰ্ষিকী উদ্‌যাপনেই যদিও ঘাই কাম আছিল তথাপিও এই বছৰত হোৱা সাহিত্য সভাৰ অন্যান্য কামো নিচেই সামান্য নাছিল। এই বছৰৰ ১৮ নৱেম্বৰত বেজবৰুৱা শতবাৰ্ষিকী চলি থকাৰ মাজ ভাগতে প্ৰধান সম্পাদক নেওগেই সম্পাদনা কৰা ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ প্ৰকাশ পায়। অসম সাহিত্য সভা বাৰ্ষিকী (তেজপুৰ অধিৱেশন) প্ৰধান সম্পাদক নেওগৰ সম্পাদনাত প্ৰকাশ পায়। এইবছৰত 'শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা' নামে পুস্তিকা এখনিও অসম সাহিত্য সভাই প্ৰকাশ কৰে।"

বেজবৰুৱা শতবাৰ্ষিকীৰ উলহ মালহৰ মাজতে এই বছৰত ২৮ খন নতুন শাখা সভাৰ গঠন হয় আৰু ১৬ জন নতুন আজীৱন সভ্য ভৰ্ত্তি হয়। এই বছৰত অসম সাহিত্য সভাৰ শাখাসভাৰ সংখ্যা ২৪৭ খনলৈ বৃদ্ধি পায়, সাধাৰণ সভ্যৰ সংখ্যা ৩৪৩৪৮ জনলৈ বৃদ্ধি হয়। অসম সাহিত্য সভাক এনে জনমুখী আৰু বিস্তৃত কামলৈ উত্তীৰ্ণ কৰাৰ ক্ষেত্ৰত এইজন জনপ্ৰিয় আৰু কৰ্মমুখৰ প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ কথা অসম সাহিত্য সভাৰ বুৰঞ্জীত নিশ্চয় সোণালী আখৰেৰে লিখা থাকিব।

## সভাপতি জ্ঞাননাথ বৰাৰ পৰলোক

হৰিপ্ৰসাদ নেওগৰ প্ৰধান সম্পাদকৰ এই চতুৰ্থ বছৰটোত তৃতীয় বছৰৰ এটা শোকাবহ ঘটনাৰ পুনৰাবৃত্তি ঘটিছিল। সেয়ে হ'ল কাৰ্যকাল শেষ নৌহওঁতেই সভাপতিৰ মৃত্যু। এই বছৰৰ সভাপতি জ্ঞাননাথ বৰাদেৱৰ বেজবৰুৱা শতবাৰ্ষিকী উৎসৱ শেষ হওঁতে-নৌ-হওঁতেই ৩০ নবেম্বৰ তাৰিখে অপ্ৰত্যাশিতভাৱে তিৰোধান ঘটে। আগৰ বছৰৰ দৰেই এইবাৰো শোকসভাক সভাৰনেতৃত্ব বহন কৰিব লগা হৈছিল সুযোগ্য উপসভাপতি ডক্টৰ মহেশ্বৰ নেওগে। সভাপতিজনৰ মৃত্যুৱে সাহিত্য সভাক অৱসন্ন কৰাটো স্বাভাৱিক। কাৰণ ১৯৪৪ চনত শিৱসাগৰ অধিৱেশনত বাগ্মীবৰ শ্ৰীনীলমনি ফুকনৰ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাৰপৰাই সভাপতি জনেই সাহিত্য সভাৰ মুৰব্বী আৰু তেৱেঁই কাৰ্যনিৰ্বাহ সমিতিৰো সভাপতিত্ব কৰিব লাগে। একেৰাহে দুবছৰ ধৰি কাৰ্যকালৰ ভিতৰতে (ইয়াৰ আগৰ বছৰত নকুল চন্দ্ৰভূঞা দেৱৰ সভাপতিত্বৰ কাৰ্যকাল শেষ নৌহওঁতেই মৃত্যু হৈছিল) সভাপতিৰ মৃত্যুৰ ঘটনাই সাহিত্য সভাৰ কৰ্মকৰ্তা সকলক আৰু সভ্য তথা হিতাকাংখী সকলকো বিমোৰত পেলাইছিল। এই দুজনৰ বাহিৰেও কেইবছৰমান আগতে ৰত্নকান্ত বৰকাকতিদেৱৰ অসম সাহিত্য সভাপতিৰ পদ গ্ৰহণকৰাৰ পিছদিনাই মৃত্যু হৈছিল। জ্ঞাননাথ বৰদেৱৰ মৃত্যুৰ লগে-লগে এনে এটা জনৰৱ ফুটি ফাটি গৈছিল যে অসম সাহিত্য সভাৰ সভাপতি হৈয়েই মৃত্যুৰ মুখত পৰে। এনে হতাশজনক অৱস্থাতো যি সাহস আৰু উদ্যমেৰে নেওগ দুজনে (প্ৰধানসম্পাদক হৰিপ্ৰসাদ নেওগ আৰু উপসভাপতি ডক্টৰ মহেশ্বৰ নেওগ) সাহিত্য সভাৰ নেতৃত্ব বহন কৰি ক'তো ক্ষতিথুন নৰখাকৈ পিতৃহাৰা সাহিত্যসভাক আগবঢ়াই নিছিল সি নিশ্চয় বিস্ময়কৰ।

## অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশন

হেমবৰুৱা শতবাৰ্ষিকীৰ দুমাহৰ পাছতে ১৯৬৯ চনৰ ৭, ৮, ৯ ফেব্ৰুৱাৰীত অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ বৰপেটা অধিৱেশনে অসমৰ ভিতৰে বাহিৰে সকলো লোকৰে চকুত বিস্ময় আনিছিল। এয়া আছিল হৰিপ্ৰসাদ নেওগৰ প্ৰধান সম্পাদকৰ শেষ উজ্জ্বল স্তম্ভ। এই অধিৱেশনত অভূতপূৰ্ব্ব বাইজৰ সমাবেশ ঘটিছিল। নগৰ খনৰ ১৫। ১৬। মাইল দূৰৈৰ পৰাই ভৱানীপুৰীয়া গোপাল আতা, মথুৰাদাস বুঢ়াআতা, নাৰায়ণ দাস ঠাকুৰ আতা, আদি হৈকৰ যুগৰ উজ্জ্বল তাৰকাসকলৰ পৰা ধৰি অম্বিকাগিৰি ৰায় চৌধুৰী, ডঃ বাণীকান্ত কাকতি আদি এই যুগৰ উজ্জ্বল তাৰকাসকলৈ বৰপেটাৰ লগত জড়িত মহানুভৱ ব্যক্তিসকলৰ নামত বিভিন্ন পথত তোৰণ দিয়া হৈছিল। মূলসভা ক্ষেত্ৰৰ নাম দিয়া হৈছিল শ্ৰীশঙ্কৰক্ষেত্ৰ। বৰপেটাখন সেই কেইদিন জনসমুদ্ৰত পৰিণত হৈছিল। অসম সাহিত্য সভা উপলক্ষে বৰপেটা নগৰখন কেনেকৈ সজোৱা হৈছিল এই বিষয়ে শ্ৰদ্ধেয়া শ্ৰীমতী অনুবৰুৱা (হেমবৰুৱাৰ পত্নী আৰু যশস্বী লিখিকা)ৰ প্ৰবন্ধৰ পৰা এটি ছেদ তুলি দিলোঁঃ—

"এহেজাৰ তামোলৰ খুটাৰে সজা প্ৰকাণ্ড সভা মণ্ডপটোৱে দুজন সাহিত্যজগতৰ বৰেণ্য ব্যক্তি ডঃবাণীকান্ত কাকতি আৰু অম্বিকাগিৰী ৰা চৌধুৰীৰ নামেৰে নিৰ্ম্মাণ কৰা শ্ৰীশঙ্কৰক্ষেত্ৰৰ মূল তোৰণ দুখনে যি কোনো দৰ্শকৰে মনত সাঁচ নবহুৱাকৈ নাথাকে। স্থানীয় বাইজৰ কলাসুলভ সূক্ষ্ম অনুভূতি এই তোৰণ দুখনৰ নিৰ্মান কাৰ্যত জ্বলন্ত ভাৱে পৰিস্ফুট হৈছিল। ইয়াৰ উপৰি বাইশখন হাটীত নিৰ্মাণ কৰা বিভিন্ন আৰ্হিৰ ২২ খন তোৰণে বৰপেটাৰ বাইজৰ কলাসুলভ অনুভূতি পৰি-

চয় ফৰিংফুটা বৰি তুলিছিল। বিভিন্ন কাৰুকাৰ্য সম্বলিত বাইছখন তোৰণৰ প্ৰত্যেকখনেই মনোগ্ৰাহী হৈছিল। বিশেষকৈ ভাল লাগিল কেৱল বাঁহেৰে নিৰ্মাণ কৰা প্ৰকাণ্ড শৰাইখন আৰু কুমাৰ মাটিৰ মাটি-কলহেৰে সজা তোৰণখন। শংকৰী কলাৰ নিদৰ্শন ঢোল-খোল মৃদঙ্গৰ প্ৰতিকৃতিৰে কলাসংস্কৃতিৰ প্ৰাণকেন্দ্ৰ বৰপেটা চহৰে স্বকীয় গুণাৱলী প্ৰদৰ্শন কৰাত অকণো কাৰ্পণ্য কৰা নাছিল।” এয়া এগৰাকী নিৰপেক্ষ দৰ্শকৰ মন্তব্যহে; সাহিত্য সভাৰ কোনো কৰ্মকৰ্তাই কোৱা কথা নহয়। বৰপেটা অধিবেশনৰ এনে সৰ্বময় সাফল্যৰ ওৰিতে আছিল অসম সাহিত্য সভা তথা অসমীয়া ভাষা সাহিত্যৰ প্ৰতি বৰপেটাবাসীৰ উদাৰ স্নেহ আৰু বৰপেটাৰ বিচক্ষণ কৰ্মী, সাহিত্যপ্ৰেমী, তেতিয়াৰ অসমৰ ৰাজহমন্ত্ৰী আৰু পাঞ্জাবৰ প্ৰাক্তন ৰাজ্যপাল অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াৰ বিচক্ষণ নেতৃত্ব আৰু সংগঠন শক্তি। অভ্যৰ্থনা সমিতিৰ ভাষণত শ্ৰীচৌধুৰী ডাঙৰীয়াই কোৱা কথা কেইআষাৰমান তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ—

“জাতি বা দেশ একনৰ নিৰ্মাণত সাহিত্যৰ স্থান সবাতোকৈ আগত। সৃষ্টিৰ জ্যোতি পোন প্ৰথমে মানুহৰ মানস পটতহে উদ্ভাষিত হয়। অন্তৰত নিৰ্মাণৰ ছবি স্পষ্টভাৱে অঙ্কিত কৰি তুলি ল'ব নোৱাৰিলে নিৰ্মাণৰ কাৰণে যি প্ৰেৰণা উৎসাহ বা বিশ্বাস থকা উচিত সেইটো জাগ্ৰত হৈ নুঠে। ফলত সৃষ্টিৰ প্ৰচেষ্টা ব্যৰ্থপ্ৰয়াসত পৰিণত হয়। সেই কাৰণে যি কোনো বিপ্লৱৰ কাৰ্যসূচী হাতত লোৱাৰ আগতে মানুহৰ ভাৱ ৰাজ্যত বিপ্লৱৰ সৃষ্টি কৰিব লাগে ফৰাচী বিপ্লৱ বা পৃথিৱীত যিবিলাক বিপ্লৱৰ সূচনা হৈছে সেইবিলাকে এইটোকে সূচাইছে। ৰুচো, ভলটেয়াৰ আদিৰ লেখনীয়ে যদি ফ্ৰান্সত মানুহৰ ভাৱ ৰাজ্যত বিপ্লৱৰ গুটি সিচিলেহেঁতেন তেনেহলে সাম্য-মৈত্ৰী স্বাধীনতাক লক্ষ্য কৰি ফ্ৰান্সত যি বিপ্লৱৰ সৃষ্টি হৈছিল সেই বিপ্লৱ কেতিয়াও সম্ভৱপৰ

নহলহেঁতেন। আজি আমাৰ দেশত আৰু আমাৰ অসমতো এটি সৃষ্টিমুখী শান্তিময় বিপ্লৱৰ সূচনা হৈছে। সেই বিপ্লৱ সম্পূৰ্ণ কৰি তুলিবলৈকে মানসিক প্ৰস্তুতিৰ প্ৰয়োজন। তেনে মানসিক প্ৰস্তুতি সাহিত্য সৃষ্টিৰদ্বাৰা সম্ভৱ কৰি তুলিব লাগিব।"

চৌধুৰী ডাঙৰীয়াই 'অন্তৰত নিৰ্মাণৰ ছবি স্পষ্টভাৱে অংকিত কৰি লোৱাৰ' আৰু অসমৰ এটি সৃষ্টিমুখী বিপ্লৱৰ' সূচনা কৰাৰ যি ইংগিত এই ভাষণত দিছিল এই দুটি ইংগিত হৰিপ্ৰসাদ নেওগৰ গাতে বহু পৰিমানে আছিল। নেওগেই অসম সাহিত্য সভাক এনে জনমুখী কৰি গঢ়ি তুলিব পাৰিছিল যাৰ ফলত তেওঁৰ প্ৰধান সম্পাদকৰ শেষ কালত বৰপেটা অধিৱেশনত দুই লক্ষ্য ৰাইজ অসম সাহিত্য সভাৰ পতাকাৰ তলত ঠিয় দিছিল।

চৌধুৰী ডাঙৰীয়াই তেওঁৰ ভাষণত আৰু কৈছিল "সাহিত্যৰ উদ্দেশ্য নিৰাশাবাদক মষিমূৰ কৰি আশাবাদক প্ৰতিষ্ঠা কৰা।" হৰিপ্ৰসাদ নেওগ আছিল আশাবাদৰ মূৰ্ত প্ৰতীক, তেওঁৰ আশাবাদ আৰু উচ্চাকাংক্ষাই সাহিত্য সভাক শীৰ্ষ বিন্দুত উপনীত কৰাইছিল, আৰু এদল নিঃস্বাৰ্থ ভাষাসাহিত্যপ্ৰেমী সাহিত্য কৰ্মী গঢ়ি উঠিছিল তেওঁৰ প্ৰেৰণাত। সেয়েহে বৰপেটা অধিৱেশনত বিশিষ্ট অতিথিৰূপে যোগদান কৰি উৎকল ( উৰিষ্যা ) সাহিত্য সভাৰ সভাপতি শ্ৰীশ্ৰদ্ধাকৰ মুপকাৰ এম, পি, ডাঙৰীয়াই কৈছিল অসম সাহিত্য সভাৰ ঐতিহ্য ভাৰতৰ কাৰণেই গৌৰৱৰ কথা। কিয়নো উৎকল সাহিত্য সভা তেনেই নতুন আৰু অসমীয়া ভাষাৰ মাজত থকা জাউতিযুগীয়া যোগসূত্ৰ আৰু এই ভাষা দুটাৰ সাদৃশ্যৰ কথা তেওঁ গৌৰৱেৰে উল্লেখ কৰে। উৰিষ্যা ৰাজ্যৰ সম্বলপুৰত থাকি অসমীয়া ভাষা সাহিত্যৰ গুৰি ধৰোতা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পসমূহত প্ৰকাশ পোৱা উৰিয়া জনজীৱনৰ চিত্ৰৰ কথা তেওঁ গৌৰৱেৰে উল্লেখ কৰে। শ্ৰীশ্ৰদ্ধাকৰে

ভাৰতৰ ভষাসমূহৰ মাজত সাহিত্যৰ বিনিময় কৰি ভাৰতীয় সংস্কৃতিৰ মান উন্নত কৰিবলৈ আৰু ভাৰতৰ ঐক্য সাধনত বৰঙনি যোগাবলৈ সাহিত্যিকসকলক আহ্বান জনায়।

বৰপেটাৰ অগণন ৰাইজে মূলসভাৰ সভাপতি শ্ৰীআনন্দচন্দ্ৰ বৰুৱা-দেৱক আগতলৈ কৰা বিৰাট সমদল যাত্ৰা আছিল অসম সাহিত্য সভাৰ বুৰঞ্জীত এক অভূতপূৰ্ব দৃশ্য। শ্ৰীমতী অনু বৰুৱাৰ ভাষাৰে "মূলসভাৰ সভাপতি বকুলবনৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱক বৰপেটাৰ কীৰ্তনঘৰৰপৰা শোভাযাত্ৰা কৰি অনা হৈছিল। ঢোলে-দগৰে বৰপেটাৰ ঘাঁই আলিয়েদি আগবাঢ়ি সুন্দৰকৈ সজোৱা নাৱত উঠি সভাপতি অহা দৃশ্যটো অভূতপূৰ্ব হৈছিল। সভাপতিক সভামণ্ডপলৈ তিনিজন স্বেচ্ছাসেৱকে আগবঢ়াই অনা মুহূৰ্তত আইসকলৰ উৰুলি ধ্বনি আৰু বৰটোপৰ ধ্বনিয়ে এই উৎসৱমুখৰ পৰিবেশক অভূতপূৰ্ব মাদকতা প্ৰদান কৰিছিল। সেই মুহূৰ্তত উপস্থিত থকা অগণন ৰাইজৰ মনত যে সেই দৃশ্যই আলোড়নৰ সৃষ্টি কৰিছিল, সন্দেহ নাই। মূলসভাৰ সভাপতি বকুলবনৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱৰ স্বভাৱ-সুলভ উদাৰতা আৰু গাম্ভীৰ্যেৰে সকলোকে মাতৃজাতি, মাতৃভাষা আৰু মাতৃভূমিৰ সেৱা কাৰ্যত ব্ৰতী হবলৈ আহ্বান জনায়।"

বৰপেটা অধিবেশনৰ কবি সন্মিলনত সভাপতিত্ব কৰে পদ্মশ্ৰী নলিনী-বালা দেৱীয়ে, আলোচনা চক্ৰত সভাপতিত্ব কৰে ডঃ মহেন্দ্ৰ বৰাই আৰু বুৰঞ্জী সন্মিলনত সভাপতিত্ব কৰে শ্ৰীলক্ষ্মীপ্ৰসাদ দত্তই। বুৰঞ্জী সন্মিলনৰ মুখ্য বক্তা শ্ৰীবেণুধৰ শৰ্মাই দেশৰ বুৰঞ্জী পুঙ্খানুপুঙ্খ আলোচনাৰ প্ৰয়োজনীয়তাৰ সম্পৰ্কে এটি মনোগ্ৰাহী ভাষণ দিয়ে। শ্ৰীমতী অণু বৰুৱাই লিখিছে –

"শ্ৰীশঙ্কৰ ক্ষেত্ৰৰ প্ৰকাণ্ড সভামণ্ডপটোৰ গাতে লগা প্ৰায় সত্তৰখন

আটবধুনীয়া টালেৰে সুশোভিত প্ৰদৰ্শনীখন মুকলি কৰিছিল গুৱাহাটি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডঃ মথুৰানাথ গোস্বামীয়ে। এই প্ৰদৰ্শনীত প্ৰদৰ্শন কৰা হাউলী নৰ্মাল স্কুলৰদ্বাৰা নিৰ্মিত বৰপেটা চহৰৰ আৰ্হিটোৱে সোণত সুৱগা চৰাইছিল। প্ৰদৰ্শনী মুকলি কৰাৰ লগে লগে শ্ৰীশঙ্কৰ ক্ষেত্ৰৰ সভাথলী এক জনসমুদ্ৰত ৰূপান্তৰিত হৈছিল। জনতাৰ মাজৰে এজনে মন্তব্য কৰা শুনিছিলো—'বৰপেটা চহৰত এনেদৰে আগতে জনসমাগম হোৱা দেখা নাছিলোঁ। দৌল যাত্ৰাৰ সময়ত মানুহ হয়। কিন্তু এনে জনতাৰ ভিৰ কেতিয়াও হোৱা নাছিল।' মানুহজনৰ মন্তব্য কাণপাতি শুনিছিলোঁ। মোৰ নিজৰ কাৰণেও আছিল ই এক অবিশ্বাস্য অভিজ্ঞতা। সাহিত্য সভাৰ এই অধিবেশনখনত অৱশ্যে এটা কথা স্পষ্ট হৈ পৰিছিল, সেইষাৰ হৈছে— অসমীয়া ভাষা সাহিত্যৰ প্ৰতি ৰাইজৰ অভূতপূৰ্ব প্ৰীতি।"

একেদৰেই দুই দিনাৰ ৰাতি সাংস্কৃতিক সন্মিলন দুখনতো অগণন প্ৰশংসাৰ সমাবেশ ঘটিছিল। উদ্বোধনী ভাষণ দিছিল শ্ৰীহেম বৰুৱা আৰু শ্ৰীগগন চন্দ্ৰ গোস্বামীয়ে।

"দুয়োদিনা সন্ধ্যাৰ লগে লগে আকাশলৈ নিক্ষেপ কৰা বিভিন্ন ধৰণৰ ফানুচ আৰু ফটকাই লাখ লাখ জনতাক আকৰ্ষণ কৰিছিল। তাহানি গুৱাহাটীত সৰস্বতী গোসাঁনী উটুৱাৰ দিনা শ্ৰীঅম্বিকাদা বিৰয়াই কলিকতাৰপৰা আনি জ্বলোৱা ফটকা দেখি তবধ মানিছিলোঁ। তাতকৈ উৎকৃষ্ট ফটকা আৰু ফানুচ বৰপেটাত দেখি তবধ নহৈ নোৱাৰিলোঁ। আচৰিত হৈছিলো — যেতিয়া জানিব পাৰিলো এই সকলোবোৰ ফানুচ আৰু ফটকা বৰপেটাত তৈয়াৰ হোৱা বুলি। মোৰ উপলব্ধি হ'ল বৰপেটা চহৰৰ স্বকীয়া এক

বৈশিষ্ট্য আছে, যি বৈশিষ্ট্য আমাৰ খুব কম চহৰতে আছে।" (অমু বকৰা)।

এনে অভূতপূৰ্ব সফলতা, সৌন্দৰ্য, গাম্ভীৰ্য, আৰু জনসমুদ্ৰৰ মাজত অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ সামৰণি পৰিল আৰু হৰিপ্ৰসাদ নেওগৰ কৰ্মদক্ষ সম্পাদনাৰ ভাৰো এইখিনিতে ওৰ পৰিল। বৰপেটা অধিৱেশনত হৰিপ্ৰসাদ নেওগে শেষ বাৰৰ বাবে সম্পাদকীয় প্ৰতিবেদন দুইলক্ষ জনতাৰ সন্মুখত পাঠ কৰে। বেজ-বৰুৱা শতবাৰ্ষিকীৰ অভূতপূৰ্ব সফলতা আৰু বৰপেটা অধিৱেশনৰ অভূতপূৰ্ব সমৰ্থনে তেওঁৰ সম্পাদকত্বৰ শেষ উজ্জ্বল বিজয়ৰ জয়োল্লাস আৰু পৰাজয়ৰ গ্লানি দুইটা ওচৰা-ওচৰি বস্তু। এটিৰ কথা কল্পনা কৰোঁতেই আনটোৰ কথা মনলৈ নহাকৈ নাথাকে। এইবাৰৰ বিষয় বাছনি সভাই প্ৰধানকৈ আলোচনা কৰিব লগা হৈছিল সভাৰ বিত্তীয় সংকটৰ কথা। অসম সাহিত্য সভাৰ বৰপেটা বাৰ্ষিকতো এই কথা লিখা আছে— "৭ ফেব্ৰুৱাৰী (১৯৬৯ চন)ৰ ৰাতি ১২ বজালৈকে আৰু ৮ ফেব্ৰুৱাৰীৰ ৰাতি ২ বজালৈকে উপ সভাপতি ডঃ মহেশ্বৰ নেওগৰ সভাপতিত্বত বিষয় বাছনি সভা বহে। সম্পাদকীয় বিবৃত্তিৰ ওপৰত হোৱা দীঘলীয়া আলোচনাত সভাৰ বিত্তীয় সংকট সম্পৰ্কে বিস্তৃত আলোচনা হয়।"

সভাই সাফল্যৰ এনে চৰম বিন্দু পাওঁ অৱস্থাত অথচ প্ৰবল বিত্তীয় সংকটৰ দায়িত্ব লৈ নেওগৰ পিছত কোনে প্ৰধান সম্পা-দকৰ দায়িত্ব গ্ৰহণ কৰিব এই লৈ চিন্তাশীল প্ৰতিনিধিসকল বিমো-হত পৰিছিল। অৱশেষত সৰ্বসম্মতিক্ৰমে প্ৰধান সম্পাদক নিৰ্বা-চিত হ'ল ইমানদিনে গা এৰা দি ফুৰা কথা সাহিত্যৰ যাদুকৰ চৈয়দ আব্দুল মালিক। আগৰ দুজন বিচক্ষণ সহকাৰী সম্পাদক, শ্ৰীনগেন শইকীয়া আৰু শ্ৰীনন্দ তালুকদাৰ এইবাৰো পুনৰ নিৰ্বাচিত হ'ল।

# পৰিশিষ্ট

## হৰিপ্ৰসাদ নেওগ ৰচিত গ্ৰন্থসমূহ

### ৰাধাকান্ত সন্দিকৈ

১৯৬০ চনত নেওগৰ ৰচিত প্ৰথম গ্ৰন্থ 'ৰাধাকান্ত সন্দিকৈ' অসম সাহিত্য সভাৰ হৈ ৰাধাকান্ত সন্দিকৈ মূৰ্তি উন্মোচন সমিতিয়ে প্ৰকাশ কৰে। ৩০ পৃষ্ঠাৰ গ্ৰন্থখনিত এইকেইটি সৰু সৰু অধ্যায় সন্নিৱিষ্ট হৈছে— ১। দানবীৰ ৰাধাকান্ত সন্দিকৈ, ২। জীৱন পৰিচয়, ৩ সাংসাৰিক জীৱন, ৪। জনহিতকৰ কাৰ্য : দানবীৰ সন্দিকৈ, ৫। সন্দিকৈ ডাঙৰীয়া আৰু সাহিত্য সভা, ৬। সাহিত্য ক্ষেত্ৰত সন্দিকৈ, ৭। নাৰৱ সমাজসেৱী, ৮। মহানুভৱতা : ব্যক্তিত্ব, ৯। সামৰণি। পাতনিত নেওগে লিখিছে— "এই বিষয়ত সকলো প্ৰকাৰে উৎসাহ দি আৰু সংগৃহীত সম্বলৰ টোপোলাৰপৰা অকপট চিত্তে সহায় দি লিখিবৰ কাৰণে বুকুত সাহস বান্ধিবলৈ সামৰ্থ্য যোগালে শ্ৰীনকুলচন্দ্ৰ ভূঞা ডাঙৰীয়াই। ডক্টৰ সূৰ্যকুমাৰ ভূঞা দেৱৰ প্ৰবন্ধৰ পৰাও সহায় পোৱা হ'ল। এই গ্ৰন্থ চৰ্চাৰ কালত নেওগ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক আছিল।

## বিশ্বনাথ ৰাজবংশী

১৯৬৬ চনত হৰিপ্ৰসাদ নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থকা কালতে কাছাৰ জিলাৰ অসমীয়া ভাষা সাহিত্যৰ আৰু অসম সাহিত্য সভাৰ নীৰৱ অথচ প্ৰাণৱন্ত সেৱক বিশ্বনাথ ৰাজবংশীৰ চমু জীৱন পৰিচিতি এখনি যুগুত কৰি সাহিত্য সভাৰপৰাই প্ৰকাশ কৰে। জীৱনীখনিত মুঠ পৃষ্ঠা সংখ্যা ৩৮ আৰু মূল্য ১.০০ টকা। এই চমু গ্ৰন্থখনত তলৰ ছেদকেইটি আছে — ১। উপক্ৰমণিকা, ২। জীৱন পৰিচিতি ঃ ৰাজবংশীৰ, ৩। কাছাৰৰ নিৰ্ভীক অসমীয়া, ৪। ৰাজবংশীৰ সোঁৱৰণত — এইটো শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাৰ প্ৰণীত এটি স্বতন্ত্ৰ প্ৰবন্ধ, এই গ্ৰন্থত সন্নিবিষ্ট হৈছে ; ৫। কাছাৰ জিলাখন, ৬। কাছাৰৰ টিলটীয়া অসমীয়াৰ সন্ধেদ— এইটো সুন্দৰীদিয়াৰ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস ৰচিত আৰু অসম সাহিত্য সভা পত্ৰিকাৰ ৪ৰ্থ বছৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত এটি স্বতন্ত্ৰ প্ৰবন্ধ এই গ্ৰন্থত সন্নিবিষ্ট হৈছে ; ৭। অসম সাহিত্য সভা আৰু কাছাৰ জিলা ; ৮। উপসংহাৰ।

## প্ৰমথনাথ চক্ৰৱৰ্তী

৬৫ পৃষ্ঠাৰ এই জীৱনী গ্ৰন্থখনি হৰিপ্ৰসাদ নেওগ প্ৰধান সম্পাদক থকা কালত ১৯৬৮ চনত অসম সাহিত্য সভাৰপৰা প্ৰকাশ কৰা হয়। গ্ৰন্থখনিৰ গ্ৰন্থকাৰ মুবুলি নেওগক সংকলয়িতা বুলিহে ক'ব পাৰি। কিয়নো গ্ৰন্থখনিত নেওগৰ এটি ছয় পৃষ্ঠাৰ ভূমিকা আৰু আঢ়ৈ পৃষ্ঠাৰ জীৱন পৰিচিতিৰ বাহিৰে বাকী লিখাখিনি নেওগৰ নিজা নহয়। 'পিতৃদেৱৰ স্মৃতিত' শীৰ্ষত চক্ৰৱৰ্তীৰ পুত্ৰ শ্ৰীপ্ৰভাসেন্দু চক্ৰৱৰ্তীয়ে এটি দীঘলীয়া প্ৰবন্ধ লিখিছে ৬ই পৃষ্ঠাৰ আৰু ধুবুৰীৰ শ্ৰীকমল বায়নে 'প্ৰমথনাথ চক্ৰৱৰ্তী আৰু

ধুবুৰী সাহিত্য সভা' নামেৰে এটি নাতিদীৰ্ঘ প্ৰবন্ধ এই গ্ৰন্থত লিখিছে। নেওগ প্ৰধান সম্পাদক থাকোতেই প্ৰমথনাথ চক্ৰৱৰ্তী ডাঙৰীয়াক ধুবুৰীত এখন সভা পাতি অসম সাহিত্য সভাৰ ফালৰ-পৰা সাদৰ অভিনন্দন জনোৱা হৈছিল — চক্ৰৱৰ্তীৰ মৃত্যুৰ কিছুদিন আগতে। গ্ৰন্থখনিত এই অভিনন্দনখনি আৰু চক্ৰৱৰ্তীৰ প্ৰত্যুত্তৰ-টিও স্থান দিয়া হৈছে। তদুপৰি চক্ৰৱৰ্তীৰ দুটি মূল্যবান ভাষণ (১) অসম সাহিত্য সভাৰ তৃতীয় বুৰঞ্জী সম্মিলনৰ (১৯২৯ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ একাদশ মুকলি অধিৱেশনৰ লগত) সভাপতি স্বৰূপে চক্ৰৱৰ্তী ডাঙৰীয়াই দিয়া ভাষণ। (২) ১৯৭৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ পঞ্চবিংশ মুকলি অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি স্বৰূপে চক্ৰৱৰ্তী ডাঙৰীয়াই দিয়া উদাত্ত ভাষণ গ্ৰন্থখনিত সন্নিবিষ্ট কৰা হৈছে। এই দুটি মূল্যবান ভাষণে আৰু অসম সাহিত্য সভাই চক্ৰৱৰ্তীক দিয়া অভিনন্দনখনিয়ে গ্ৰন্থখনিৰ মান বঢ়াইছে। তলত নেওগে প্ৰধান সম্পাদক হিচাবে চক্ৰৱৰ্তী ডাঙৰীয়াক দিয়া অভিনন্দনৰ একাংশ তুলি দিয়া হ'ল।

"আপুনি কৰ্মবীৰ। স্বাধীনতা আন্দোলনৰ মন্ত্ৰত দীক্ষিত দেশ জননীৰ এগৰাকী নিষ্ঠাবান সেৱক। আপোনাৰ আছে বলিষ্ঠ আশাবাদ, সুদৃঢ় মনোবল, নিৰ্ভীক স্পষ্টবাদিতা আৰু সেই বাবেই আপুনি চিৰতৰুণ মনৰ অফুৰন্ত উৎস। বয়সত প্ৰধান হৈও চিৰ নবীন আৰু প্ৰেৰণাৰ প্ৰতীক স্বৰূপ। এই প্ৰেৰণাৰে আপুনি দুবাৰকৈ অসম সাহিত্য সভাৰ অধিৱেশন ধুবুৰী চহৰত বহুৱায়। ধুবুৰীৰ জনসাধাৰণক 'চিৰ চেনেহী ভাষা জননী'ৰ পূত মন্ত্ৰত উদ্বুদ্ধ কৰি তুলিলে। কেৱল সেয়ে নহয়, ধুবুৰীৰ অসম সাহিত্য সভা, ধুবুৰীৰ অসম সংঘ সুলভ ভোলানাথ কলেজ আৰু বিভিন্ন শিক্ষানুষ্ঠান তথা ৰাজহুৱা অনুষ্ঠানৰ লগত ছায়াৰ দৰে লাগি থকাৰ উপৰিও এই

অনুষ্ঠানসমূহ আপোনাৰ অকৃৰন্ত কৰ্মশক্তিৰ দ্বাৰা জীৱন্ত কৰি গঢ়ি তুলিলে। আপুনি মহান। আপোনাক বাদ দি ধুবুৰীৰ কথা ভাবিব নোৱাৰি। আপোনাৰ ভাষাৰে - এইখনেই যুৱজী— "যাৰ ভাষা-সংস্কৃতি ৰীতি-নীতি প্ৰাচীন কামৰূপৰ লগত এডাল সূতাৰে গ্ৰথিত"— আৰু আপুনিয়েই বাস্তৱ ক্ষেত্ৰত সেইডাল সূতাৰে ধুবুৰীৰ লগত অসমৰ বাকী অঞ্চলৰ সমন্ধৰ বান্ধোন কটকটীয়া কৰিলে।"

## পদ্মনাথ গোহাঞিবৰুৱা

১৯৭১ চনত ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ হৈ সম্পাদক শ্ৰীৰাম গোস্বামীয়ে প্ৰকাশ কৰা হৰিপ্ৰসাদ নেওগ ৰচিত ২০৮ (দুশ আঠ) পৃষ্ঠাৰ গ্ৰন্থ 'পদ্মনাথ গোহাঞিবৰুৱা' (মূল্য ৫·০০ টকা) নেওগৰ সাহিত্যিক জীৱনৰ শ্ৰেষ্ঠ কীৰ্তি। এই গ্ৰন্থখনিত ৩৭টি সৰু সৰু অধ্যায় আছে। গ্ৰন্থখনিত নানা কৰ্মব্যস্ত নেওগৰ জীৱনৰ দুবছৰীয়া সাধনাৰ ফল নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক থকা কালতেই এই গ্ৰন্থ ৰচনাৰ সংকলন লয় আৰু কিছু সম্বল সংগ্ৰহ কৰি ৰাখে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্য-পুথি সমন্বয় সমিতিৰ সচিব হৈ থকা কালতে নেওগে কিতাপখনি লিখে। নেওগে যে বহু উৎসৰ পৰা বহু যত্নেৰে গ্ৰন্থখনিৰ বাবে সম্বল সংগ্ৰহ কৰিছিল আৰু বহু আপুৰুগীয়া তথ্যেৰে তেওঁ গ্ৰন্থখনি সমৃদ্ধ কৰিব পাৰিছে - তাক মুক্তকণ্ঠে স্বীকাৰ কৰিব লাগিব। একাধাৰে এজন সমসাময়িক অসমৰ আগশাৰীৰ ধীৰ পন্থী ৰাজনীতিজ্ঞ, নানা সামাজিক সংগঠনৰ গুৰিয়াল, তিনিখনি বাৰ্তালোচনী (বিজুলী, ঊষা, বন্তি) বিভিন্ন সময়ৰ সম্পাদক, দুকুৰিৰো অধিক গ্ৰন্থৰ গ্ৰন্থকাৰ, অসম সাহিত্য সভাৰ পোন প্ৰথম সন্মিলনৰে সভাপতি (শিৱসাগৰ, ১৯১৭ চন), সুদীৰ্ঘজীৱি গোহাঞিবৰুৱা ডাঙৰীয়াৰ জীৱনী গ্ৰন্থ এখনি সম্পূৰ্ণ নিখুঁতভাৱে আৰু সকলো সাম্ভাব্য তথ্যেৰে সমৃদ্ধ কৰি

লিখাটো এটা টান কাম। এই টান কামটোত নেওগ বহু পৰিমাণে সফল হৈছে আৰু নিৰ্বিবাদে হৰিপ্ৰসাদ নেওগৰ "পদ্মনাথ গোহাঞিবৰুৱা" অসমীয়া জীৱনী সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান

## ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ বদান্যতা

নেওগৰ 'পদ্মনাথ গোহাঞিবৰুৱা' গ্ৰন্থখনি কিয় প্ৰকাশৰ বাবে হাতত ল'লে এই বিষয়ে ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ তেতিয়াৰ সভাপতি শ্ৰীধৰ্মকান্ত গোহাঁয়ে লিখা কথাখিনি প্ৰণিধানযোগ্য—"জয়ে জয়ে ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ হৈ আমি অসম সাহিত্য সভাৰ প্ৰথমজনা সভাপতি অসমীয়া ভাষা সাহিত্যৰ বিশিষ্ট গুৰিয়াল স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাৰ পবিত্ৰ স্মৃতিত শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ।

শতবাৰ্ষিকী উপলক্ষে আমি অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীহৰিপ্ৰসাদ নেওগদেৱে লিখা গ্ৰন্থখনি প্ৰকাশ কৰি পঢ়ুৱৈ সকলক দিবলৈ পাই আনন্দিত হৈছোঁ। নেওগদেৱ প্ৰধান সম্পাদক থকা কালতে ১৯৬৫ চনত অসম সাহিত্য সভাৰ প্ৰচাৰ আঁচনিৰ অন্তৰ্ভুক্ত ৰূপত বিভিন্ন জাতি-উপজাতি, লোকসমষ্টিৰে আগুৱা উদ্যোগ প্ৰধান সদৌ ডিব্ৰুগড় অঞ্চলটোৰ শ্ৰীপ্ৰিয়দাস তালুকদাৰক সভাপতি আৰু শ্ৰীতিলেন্দ্ৰ মহন্তক সম্পাদক স্বৰূপে লৈ এই পৰিষদ গঠিত হৈছিল। পৰিষদে ইতিমধ্যে গঠনমূলকভাৱে বহুতো কাম সম্পূৰ্ণ কৰিবলৈ সক্ষম হৈছে। পৰিষদৰ ফালৰপৰা এইবাৰ পদ্মনাথ গোহাঞি বৰুৱাৰ শতবাৰ্ষিকী গতানুগতিকভাৱে উদযাপন নকৰি স্থায়ী প্ৰকাশনৰ কথাও লগতে চিন্তা কৰা হয়। অসম সাহিত্য সভাই অনিবাৰ্য কাৰণত জীৱনী প্ৰকাশৰ আঁচনি বাতিল কৰাত এই উপলক্ষে যুগুত কৰা জীৱনী আলোচনা গ্ৰন্থখনৰ এই সংকলনটি পৰিষদৰপৰাই প্ৰকাশ কৰিবলৈ

ব্যৱস্থা হাতত লোৱা হ'ল। আমাক এইখিনি সুবিধা দিয়াৰ বাবে আমি শ্ৰীনেওগ ডাঙৰীয়াৰ ওচৰত কৃতজ্ঞতা পাশত আবদ্ধ হৈছো।"

এই খিনিতে উল্লেখযোগ্য যে এই গ্ৰন্থখনিৰ প্ৰকাশ কাৰ্যত ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ সেই সময়ৰ কৰ্মকৰ্তাসকলে পুথিসংগ্ৰহ বিষয়ত যথেষ্ট কষ্ট স্বীকাৰ কৰিব লগা হৈছিল আৰু পুথিখান প্ৰকাশৰ পাছত গ্ৰন্থ বিক্ৰী কৰি ঋণ পৰিশোধ কৰিবৰ কাৰণে কৰ্মকৰ্তাসকলে যথেষ্ট খাটিব লগা হৈছিল। যি কি নহওক ১৯৬৫ চনত স্থাপিত হোৱা ডিব্ৰুগড়ৰ জিলা সাহিত্য পৰিষদৰ বুৰঞ্জীত হৰিপ্ৰসাদ নেওগৰ 'পদ্মনাথ গোহাঞিবৰুৱা'ৰ প্ৰকাশ এক উল্লেখযোগ্য কীৰ্তি।

গ্ৰন্থখনিৰ ৰচনা সম্পৰ্কত নেওগে আগলিকা বক্তব্যত লিখা কথা কেইশাৰীমান এইখিনিতে তুলি দিয়া হ'ল —

"বেজবৰুৱা শতবাৰ্ষিকীয়ে অসমীয়া ভাষা সাহিত্যৰ গৌৰৱোজ্জল অস্তিত্বক অসমৰ বাহিৰতো সদৰি কৰিলে। বেজবৰুৱা শতবাৰ্ষিকীৰ সামৰণি পৰাৰ পিছতেই পদ্মনাথ গোহাঞি বৰুৱাৰ ওপৰত এখন গ্ৰন্থ যুগুত কৰাৰ বাবে ব্যক্তিগত পৰ্যায়ত এখন আঁচনি কৰোঁ।" এই সকলোৰে মূলতে যিজন লোকে মোক আৱশ্যকীয় খা-খবৰ কৰি বিভিন্ন সমল আদিৰে যোগান ধৰি গ্ৰন্থখন লিখিব বাবে প্ৰাথমিকভাৱে প্ৰস্তুত কৰি তুলিলে তেখেত হ'ল নিঃস্বাৰ্থ সমাজকৰ্মী সাহিত্য প্ৰেমী শ্ৰীধৰ্মকান্ত গোঁহাই। ...... এইখিনিতে কিতাপখন উলিয়াবলৈ মোক মানসিকভাৱে প্ৰস্তুত কৰি তোলা যোৰহাটৰ সাহিত্য প্ৰেমী শ্ৰীলোহিত গগৈৰ কথা মই পাহৰিব নোৱাৰিম। শ্ৰীভৱ গোস্বামী আৰু শ্ৰীদুৰ্গা শইকীয়াৰ কথাও এই প্ৰসংগত উল্লেখ নকৰিলে অন্যায় কৰা কৰা হ'ব। ডিব্ৰুগড় জিলা সাহিত্য পৰিষদে কিতাপ খনৰ প্ৰকাশৰ ক্ষেত্ৰত আলচ কৰাৰ আৱশ্যকীতে দেখা গ'ল অসম সাহিত্য সভাৰ আজীৱন সভ্য উদ্যোগী ডেকা বন্ধু শ্ৰীশৰৎ চন্দ্ৰ বৰাই

এটি শকত পুঁজিৰে আদৰণি জনালেই । পৰিষদৰ সভাপতি শ্ৰীধৰ্ম গোহাঁই সম্পাদক, শ্ৰীৰাম গোস্বামী আৰু কোষাধ্যক্ষ, শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱাৰ তৎপৰতাৰ কাথও কৃতজ্ঞতা সহকাৰে স্মৰণ কৰি সেয়েহে মোক ভাল লাগিছে ।”

## গ্ৰন্থখনিৰ ভিতৰ চ'ৰা

পদ্মনাথ গোহাঞি বৰুৱা গ্ৰন্থখনিৰ আলোচ্য বিষয়খিনি হ'ল ১ উপক্ৰমণিকা, ২। বংশ পৰিচয়, ৩। ঘিনাৰাম গোহাঞি বৰুৱা, ৪। জন্ম আৰু বাল্যকাল, ৫। শিক্ষা : ছাত্ৰজীৱন, ৬। ছাত্ৰজীৱন ( কলিকতাত ), ৭। বিজুলী সম্পাদনা, ৮ ছাত্ৰজীৱনৰ বিশেষত্ব, ৯। ৰাজহুৱা জীৱনৰ পাতনি, ১০। চৰকাৰী চাকৰি ( নগা পাহাৰ ), ১১। চাকৰি জীৱন ( তেজপুৰ), ১২। শিক্ষক গোহাঞি বৰুৱা, ১৩। কৰ্মস্থল তেজপুৰ, ১৪। অসম বন্তি, ১৫। সাহিত্যক পেন্সন, ১৬। উষা, ১৭। বান ৰঙ্গমঞ্চ, ১৮। তেজপুৰ ( পৌৰসভা ), ১৯। আনুষঙ্গিক সামাজিক বিষয়, ২০। প্ৰেৰণাৰ উৎস পদ্মনাথ, ২১। ৰাজনৈতিক জীৱন, ২২। বিভিন্ন সভা-সমিতি, অনুষ্ঠানৰ সভাপতি : ভাষণাৱলী, ২৩। পদ্মনাথৰ জাতীয় নীতি, ২৪। জীৱনৰ শেষ ছোৱা, ২৫। গোহাঞিবৰুৱাৰ সাংসাৰিক জীৱন, ২৬। মহাপ্ৰয়াণ, ২৭। গোহাঞি বৰুৱা আৰু বেজবৰুৱা, ২৮। অসম সাহিত্য সভা আৰু পদ্মনাথ, ২৯। অসমীয়া ভাষা প্ৰতিষ্ঠাৰ পটভূমিত, ৩০। গোহাঞি বৰুৱা ৰচিত গ্ৰন্থসমূহ, ৩১। গোহাঞি বৰুৱাৰ পাঠ্য পুথি, ৩২। অসম বুৰঞ্জী আৰু গোহাঞি বৰুৱা, ৩৩। সাংবাদিক গোহাঞি বৰুৱা, ৩৪। নেতা সাহিত্যিক গোহাঞি বৰুৱা, ৩৫। গোহাঞি বৰুৱাৰ গন্তৰীতি, ৩৬। উপসংহাৰ : গোহাঞি বৰুৱাৰ ব্যক্তিত্ব, ৩৭। পৰিশিষ্ট ।

ইয়াৰ ভিতৰত পৰিশিষ্ট অধ্যায়টিত গোহাঞি বৰুৱাৰ দিন-লিপিৰ পৰা মুঠ ২৬ দিনৰ দিন-লিপি তুলি দিয়া হৈছে। এই দিন-লিপি

খিনি 'প্ৰাণ পৰিভূগী'। ইয়াৰ মাজেদিহে গোহাঞিবৰুৱা আচৰ্ঘ মাধুৰ্যজনক আমি দেখা পাওঁ। গোহাঞিবৰুৱা যদিও দীৰ্ঘপন্থী ৰাজনীতিজ্ঞ আছিল আৰু কোনোদিনে কংগ্ৰেছৰ পক্ষ লৈ দেশৰ স্বাধীনতা আন্দোলনত যোগ দিয়া নাছিল। তথাপি তেওঁৰ দিন-লিপিয়ে প্ৰমাণ কৰে যে তেওঁ ভিতৰি কংগ্ৰেছ আৰু মহাত্মা গান্ধীৰ সমৰ্থক আছিল।

নেওগে তুলি দিয়া গোহাঞিবৰুৱাৰ দিন-লিপিৰ পাত চেৰেক —

২৫ ডিচেম্বৰ ১৯২৬ চন :

কংগ্ৰেছৰ নগৰীয়া প্ৰদৰ্শনীৰ আৱন্তুণ কাৰ্য দেখি সন্তোষ। মহাত্মা-গান্ধীৰ বক্তৃতা শুনাত সন্তোষ। নানা প্ৰাদেশিক নেতাবৰ্গক দেখি সন্তোষ।

২৬ ডিচেম্বৰ দেওবাৰ :

কংগ্ৰেছৰ আৱন্তুণৰ প্ৰথম কাৰ্যাদি দেখি সন্তোষ। সভাপতি ফুকনৰ বক্তৃতা সাকৰা আৰু শুনিব লগীয়া হৈছিল।

২৭ ডিচেম্বৰ সোমবাৰ :

কংগ্ৰেছৰ তৃতীয় দিন। নেতাসকলৰ বক্তৃতা আৰু প্ৰস্তাৱাদি গ্ৰহণ কৰাৰ বিধি লক্ষ্য কৰাত। শ্ৰীযুতা সৰোজিনী নাইডুৰ হৃদয়গ্ৰাহী বক্তৃতা শুনি মোহিত হ'লো। সৰহ ভাগ নেতাক উত্তলা যেন দেখা গ'ল।

২৮ ডিচেম্বৰ মঙ্গলবাৰ :

কংগ্ৰেছৰ তৃতীয় দিন। সামৰণি সন্তোষজনক। ৰাতিলৈ হিন্দু মহা-সভাৰ কাৰ্যাদিত পৰম তৃপ্তি লাভ। পণ্ডিত মদনমোহন মালব্যৰ হৃদয়গ্ৰাহী বক্তৃতা শুনি সন্তোষ।

নেওগৰ নিৰ্বাচন পদ্ধতি বিচক্ষণ। 'নেওগে গোঁহাঞি বৰুৱাৰ দিন-

জিলিকি পৰা জীৱনী গ্ৰন্থখনিত এনে কিছুমান পৃষ্ঠাহে তুলি দিছে ঝিলমিলিয়ে গোহাঞিবৰুৱাৰ ভিতৰৰ মানুহজনক পাঠকৰ দৃষ্টিত দাঙি ধৰিব পাৰে। জীৱনী লেখকৰ বৈশিষ্ট্যও এইখিনিতে প্ৰকৃত জীৱনীকাৰে গ্ৰন্থৰ নায়কজনৰ প্ৰকৃত আৰু মানৱীয় দোষত্ৰুটি থকা স্বত্বেও মহত্বপূৰ্ণ ছবিসমূহে পাঠকৰ দৃষ্টিত দাঙি ধৰিবলৈ প্ৰয়াস পায়। মানুহ মাত্ৰেই দোষ গুণৰ আধাৰ। কিন্তু দোষ-গুণৰ মাজেদিও এজন প্ৰকৃত মানুহ আছে—যি জনক উদঙাই দেখুওৱাটো জীৱনী লেখকৰ কৰ্তব্য। এই কৰ্তব্য হৰিপ্ৰসাদ নেওগে নিখুঁতভাৱে পালন কৰিব পাৰিছিল। গোহাঞিবৰুৱাৰ বিফলতা সমূহ আৰু দোষবোৰৰ কথাও নেওগে লুকাই ৰখা নাই। কিন্তু এইখিনি বিফলতা আৰু দোষ থকা স্বত্বেও গোহাঞিবৰুৱা মানুহজনৰ প্ৰকৃত সফলতাৰ প্ৰেৰণা আৰু উৎস ক'ত — এইখিনি বিশ্লেষণ কৰি দেখুওৱাত জীৱনীকাৰ হৰিপ্ৰসাদ নেওগ সফল হৈছে।

## নেওগৰ সম্পাদিত গ্ৰন্থ

### ৰঘুনাথ চৌধাৰী

২২টা তত্ত্বগধুৰ প্ৰবন্ধ, চৌধাৰীৰ ৰচনাৰ কেইটিমান আৰ্হি, চৌধাৰীৰ সভাপতিৰ অভিভাষণ (অসম সাহিত্য সভা) আৰু পত্ৰলেখা সম্বলিত এই ১৯৬ পৃষ্ঠাৰ গ্ৰন্থখনি চৌধাৰীৰ মৃত্যুৰ পাছত স্মৃতিগ্ৰন্থ স্বৰূপে হৰিপ্ৰসাদ নেওগৰ প্ৰধান সম্পাদকৰ কালত ১৯৬৮ চনত অসম সাহিত্য সভাৰপৰা প্ৰকাশ কৰা হয়। গ্ৰন্থখনিৰ সম্পাদক হৰিপ্ৰসাদ নেওগ আৰু সহযোগী সম্পাদক নন্দ তালুকদাৰ। মূল্য—৬·০০ টকা।

গ্ৰন্থখনিৰ প্ৰতিটো প্ৰবন্ধ তথ্য সমৃদ্ধ আৰু বিশিষ্ট সমালোচক সকলৰদ্বাৰা ৰচিত। তাৰে আৰু তথ্যৰ মানদণ্ডৰ নিদৰ্শন স্বৰূপে স্বৰ্গত আব্দুছ ছাত্তাৰ ৰচিত 'কবি চৌধাৰীৰ কাৰবালা' প্ৰবন্ধৰ পৰা পাৰীচেৰেক উদ্ধৃতি দিয়া হ'ল -

"কাৰবালাৰ কৰুণ কাহিনী কবিৰ বৰ্ণনাত অতি জীৱন্ত হৈ উঠিছে আৰু এই বিষাদপূৰ্ণ কাহিনীৰ স্বৰূপ এনেভাৱে প্ৰকাশ পাইছে যে পাঠকে পঢ়াৰ লগে লগে বিষাদ সিন্ধুত পৰি কাহিনী ভাগৰ কাৰুণ্যত নিজক পাহৰি সুন্দৰ অতীতৰ এই অন্যায় অবিচাৰৰ বাবে ব্যস্ত হয় আৰু খণ্ডৰ পিছত খণ্ডকৈ পঢ়ি সেই অত্যাচাৰীৰ কি হ'ল তাক জানিবলৈ উৎকণ্ঠাৰে আগবাঢ়ি আৰু অজানিতে চকুলো সৰি পৰে। "কবিৰ ই অপূৰ্ব সৃষ্টি।

কবি চৌধুৰী প্ৰকৃতিৰ কবি বিহগী কবিৰূপে খ্যাত। গতিকে বালি-কংকৰে ভৰা মৰুভূমি কাৰবালাক কবিয়ে মানস চকুৰে যি ৰূপত দেখিছে সেই ৰূপ একন প্ৰকৃতি কবিয়েহে কল্পনা কৰিব পাৰে। প্ৰকৃতি কবিৰ বাবে ই যথাৰ্থ কল্পনা। সৰু জীৱাৰী কাৰবালা—অথচ কবিয়ে তাত বিচাৰিছে প্ৰাকৃতিক দৃশ্য। কাৰবালাৰ আৰম্ভণিতে কবিয়ে প্ৰাকৃতিক দৃশ্য চাবলৈ গৈ সম্বোধন কৰিছে এই বুলি—

হে দে! অপৰূপা বিশ্ববিমোহিনী
মায়াময়ী মৰুবালা অনন্ত বিস্তাৰি
আহা কি অপূৰ্ব্ব ধৰিছা মোহিনী ৰূপ।

অথচ কবিয়ে ভালকৈ জানে যে খৰখৰীয়া মৰুত প্ৰকৃতিৰ যি নগ্ন-ৰূপ সি অতি ভয়াবহ অতি জয়াল। গতিকে খন্তেকতে কবিয়ে আকৌ

প্ৰশ্ন কৰিছে—

কিন্তু দেৱী। তোমাৰ ই সুবিশাল বুকু
কৰিছে বঞ্চিত কিয় প্ৰীতি সুখকৰ
সৌন্দৰ্য সুষমা ৰাশি ৰম্য প্ৰকৃতিৰ।"

(আনন্দচন্দ্ৰ আগৰৱালাৰ প্ৰবন্ধৰ পৰা)

এইখনি গ্ৰন্থত বিহগী কবিৰ কবিতাৰ প্ৰতিটো দিশৰ ওপৰত প্ৰতিখনি গ্ৰন্থৰ ওপৰত মূল্যবান প্ৰবন্ধ সন্নিৱিষ্ট হৈছে আৰু গ্ৰন্থখনি উন্নত মানদণ্ডৰ হৈছে। তালেকেখনি আপুৰুগীয়া ছবি আৰু চৌধাৰীৰ ব্যক্তিত্ব পৰিচয়মূলক কেবাটিও আলেখ্য সন্নিৱিষ্ট হৈছে। আগ কথাত সম্পাদক হৰিপ্ৰসাদ নেওগে কবি চৌধাৰীৰ এটি সুন্দৰ চিত্ৰ দাঙি ধৰিছে।

"এইখিনিতে উল্লেখ কৰিব পাৰি যে, কবি চৌধাৰীৰ ব্যাপক অধ্যয়নৰ কাৰণেই কিজানি তেওঁৰ কবিতাত প্ৰাচীন ভাৰতীয় দৰ্শন, ভাৰতীয় ধ্যান-ধাৰণা, বিশ্বৰ ঐতিহাসিক আৰু ৰাজনৈতিক বিৱৰণ, সভ্যতাৰ ধাৰা সম্পৰ্কে সুন্দৰ বিৱৰণ দাঙি ধৰাটো সম্ভৱপৰ হৈছে। ৰঘু চৌধাৰী 'কবি-ৰত্ন' উপাধিৰে বিভূষিত হোৱাতেই শেষ হোৱা নাছিল। এগৰাকী জাতীয় কবি হিচাবে আশীটি বছৰৰ ডেওনা অতিক্ৰম কৰা চৌধাৰী ডাঙৰীয়াক দেশে স্বীকৃতি দিছিল। কেৱল কবি বুলিয়েই চৌধাৰী ডাঙৰীয়াৰ পৰিচয় যথেষ্ট নহয়, 'জয়ন্তী' আৰু 'সুৰভি'ৰ সম্পাদক হিচাপেও তেখেতে অসমীয়া আলোচনী সাহিত্যলৈ উল্লেখ-যোগ্য অৱদান দিছে।"

অম্বিকাগিৰী ৰায়চৌধুৰী

১৯৬৮ চনতে অসম সাহিত্য সভাই প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ সম্পাদনাত প্ৰকাশ কৰা আন এখন উল্লেখযোগ্য গ্ৰন্থ হ'ল—অম্বিকা-

গিৰি ৰায়চৌধুৰী স্মৃতি গ্ৰন্থ। ১৭১ পৃষ্ঠাৰ এইখনি গ্ৰন্থৰ সহযোগী সম্পাদক দুজন আছিল নন্দ তালুকদাৰ আৰু নগেন শইকীয়া। (মূল্য ৬·০০ টকা)। এইখনি গ্ৰন্থত ৰায়চৌধুৰীৰ প্ৰতিভাৰ বিভিন্ন দিশ সম্পৰ্কে ২৬ জন বিশিষ্ট লিখকে লিখা মুঠ ২৬টি উন্নত প্ৰবন্ধ সন্নিবিষ্ট হৈছে। তাৰ বাহিৰেও ৰায়চৌধুৰীৰ ৰচনাৰ আৰ্হি স্বৰূপে ৰায়চৌধুৰী ৰচিত চাৰিটি মনোগ্ৰাহী প্ৰবন্ধ গ্ৰন্থখনিত স্থান দিয়া হৈছে। পৰিশিষ্টত ৰায়চৌধুৰীৰ জীৱন পৰিচিতি, পত্ৰলেখা, শোকৰ বাণী আদি দিয়া হৈছে। এই গ্ৰন্থত এটি 'আগ কথা' লিখাৰ উপৰিও সম্পাদক নেওগে 'ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি' নামে ৪ পৃষ্ঠাৰ প্ৰবন্ধ এটিও লিখিছে। এই সুসম্পাদিত গ্ৰন্থখনিৰপৰা অমিয়কুমাৰ দাস লিখা 'জাতীয় আন্দোলনত অম্বিকাগিৰী ৰায়চৌধুৰী' (গ্ৰন্থখনিৰ ১ম প্ৰবন্ধ)ৰপৰা তলৰ ছেদটি তুলি দিয়া হ'ল—

"তেজপুৰ জেইলতো ৰায়চৌধুৰীৰ দুখৰ সীমা নোহোৱা হ'ল। জেইলৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল কৰ্ণেল ৰিচি (Ritchie ভাৰতৰ জাতীয় আন্দোলনৰ সম্পূৰ্ণ বিৰোধী। তেওঁ ৰাজনৈতিক বন্দীসকলৰ ওপৰত কঠোৰ ব্যৱহাৰ কৰাত লাগিল। তেওঁৰ ঘানি, 'আলো'পাত খুন্দা, শিল ভঙা আদি কাম দিয়াত লাগিল। ৰায়চৌধুৰীৰ মূৰঘূৰনি থকা বা'ৰ ঘানি ঘূৰোৱাত দিব নোৱাৰি 'আলো'পাত খুন্দিবলৈ দিছিল। 'আলো'পাতত এটা বিষাক্ত ৰস থাকে, সেই ৰস আহি গাত পৰি গাত ফোঁহা হয়, সেইবাবে গা ৰক্ষা কৰিবলৈ 'জালী' কাপোৰ দিলেও হাতত যেনে-তেনে ৰস লাগেই। এইবাৰ ৰায়চৌধুৰীয়ে অনেক নিৰ্যাতন ভোগ কৰিব লাগিছিল। ইয়াৰ পাছত তেওঁক শিল ভাঙিবলৈ দিয়া হ'ল। এইবিলাক নিৰ্যাতনৰ মাজেদিয়েই কবি ৰায়চৌধুৰীয়ে অন্তৰৰ অনুভূতিৰে সৈতে তেওঁৰ প্ৰসিদ্ধ 'কাৰাগাৰৰ গীত', 'এই ভাঙিব লাগিব শিল' বোলা গীতটোৰ ৰচনা কৰিলে। এইদৰে তেৰ বছৰ কাৰাদণ্ড ভোগ কৰি ১৯২৩ চনত তেওঁ মুকলি হৈ আহিল। তেওঁৰ অবৰ্ত্তমানত আকস্মাতে"

ছাপাখানাত বহুতো সা-সৰঞ্জাম পুৰি গ'ল। জেইলৰপৰা উভতি আহি ছাপাখানাৰ দুৰৱস্থা দেখিও জীৱন সংগ্ৰামত তেওঁ পৰাজয় স্বীকাৰ নকৰিলে। আকৌ কেনেকৈ নতুনকৈ গাঢ়ব পাৰি তাৰ বাবে নতুন উৎসাহেৰেহে লাগি গ'ল। এই মহত্বপূৰ্ণ সময়তেই তেওঁ এখন পুস্তিকা ছাপাখানাৰপৰা প্ৰকাশ কৰিলে। পুস্তিকাখন গভৰ্ণমেণ্টে বাজেয়াপ্ত কৰিলে। ইয়াৰ বিষয়বস্তু কি আছিল তাকো আমি চাব পৰা নাছিলোঁ; কিন্তু শুনাত শুনিছিলোঁ। চৰকাৰী চাকৰিয়ালসকলৰ সম্পৰ্কে লিখা। এইদৰে ৰায়চৌধুৰী জীৱনৰ বাটত সংগ্ৰামৰ মাজেদিয়েই আগ বাঢ়ি যাবলৈ ধৰিলে।"

গ্ৰন্থৰ শেষৰ ফালে পৰিশি অধ্যায়ত দিয়া ৰায়চৌধুৰীৰ মৃত্যুত শোকৰ বাণী কেইটিও অতি মনোগ্ৰাহী। তলত এটি শোকৰ বাণী তুলি দিয়া হ'ল—

"অসম কেশৰী ৰণত পৰিল। অসমীয়া জাতি কাণ্ডাৰী বিহীন যেন হ'ল। তোতয়া সেই কাণ্ডাৰী কোনে হাতত লৈ জাতিটোক সুখত চলাব? অসম কেশৰীৰ পাছত কোন?

ভগৱানৰ ওচৰত স্বৰ্গীয় আত্মাৰ সদগতি কামনা কৰিলোঁ।"

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস

মুঠতে হৰিপ্ৰসাদ নেওগে সম্পাদনা কৰা গ্ৰন্থৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰী এক উজ্জ্বল কীৰ্তি।

## ডিম্বেশ্বৰ নেওগ

১৯৬৭ চনত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ ভূমিকাত হৰিপ্ৰসাদ নেওগে সম্পাদনা কৰে আন এখনি উন্নত স্মৃতি গ্ৰন্থ হ'ল ২২২ পৃষ্ঠাৰ 'ডিম্বেশ্বৰ নেওগ'। এই গ্ৰন্থতো সহযোগী সম্পাদক স্বৰূপে আছে নন্দ তালুকদাৰ আৰু নগেন শইকীয়া। এই গ্ৰন্থত ২১ টি তথ্যপূৰ্ণ

প্ৰবন্ধ আৰু আগৰ তুখনিৰ দৰেই পৰিশিষ্ট অধ্যায়ত ডিম্বেশ্বৰ নেওগৰ জীৱন পৰিচিতি, নেওগৰ বিয়োগত সহানুভূতিৰ বাণী, পত্ৰলেখা আৰু 'মই কিয় লিখোঁ' শীৰ্ষক ডিম্বেশ্বৰ নেওগৰ ৰচনাৰ এক উদ্ধৃত আছি।

আগ কথাত সম্পাদকহিচাবে হৰিপ্ৰসাদ নেওগে অতি কম কথাতে নেওগৰ এটি সজীৱ চিত্ৰ ডাঙি ধৰিব পাৰিছে। উক্ত আগ কথাৰ এটি ছেদ—

"অসমীয়া সাহিত্যৰ সকলো দিশতে নেওগৰ অৱদান অকল লেখতেই নহ'ব জোখতো বিশেষভাৱে উল্লেখযোগ্য। প্ৰকৃততে কবি নেওগ শেষত একান্ত সমালোচক আৰু গৱেষক হিচাবে প্ৰাতষ্ঠিত হ'ল। সমালোচনাৰ ক্ষেত্ৰত নেওগে ৰচনা কৰা "অসমীয়া সাহিত্যৰ জিলিঙনি'ত ডঃ কাকতিয়ে কৰা উক্তি প্ৰণিধানযোগ্য—'অমাৰ ভাষাত সমালোচনা পুথি এতিয়ালৈকে ওলোৱা নাই। শ্ৰীযুত নেওগৰ নিজৰে কবিতা লিখাত ভাল ৰূপ আছে দেখি তেওঁ সাহিত্যৰ সূক্ষ্ম ভাৱবো'ৰ সহজে উপলব্ধি কৰিব পাৰিছে।" সমালোচনাৰ ক্ষেত্ৰত নেওগে বিচাৰিছিল 'ৰসোপলব্ধি জাগৃতি'। সেইদৰে অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচনা কৰোতে সকলো বিষয় খৰচি মাৰি অধ্যয়ন কৰি তাৰ বৈজ্ঞানিক বিচাৰবাদ দাঙি ধৰাত নেওগৰ গভীৰ আৰু ব্যাপক গৱেষণাত থকা অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ছাত্ৰ মাত্ৰেই নিশ্চয় জানে। ঐতিহাসিক সত্যৰ মাজতে মনীষি কাৰ্লাইলৰ প্ৰেৰণাৰে তেওঁ ইয়াতো ভাবিছিল—"ইতিহাসেই মূঠতে প্ৰকৃত কবিতা।" স্বৰূপভাৱে ৰথানিলে সভ্যতা উপন্যাসতকৈও সুন্দৰ।"

এইখন গ্ৰন্থত স্থান পোৱা ডঃ মহেশ্বৰ নেওগৰ 'দাদাৰ জীৱনৰ কথা' শীৰ্ষক ১৮ পৃষ্ঠাৰ প্ৰবন্ধটি এখনি স্বয়ংসম্পৰ্ণ চমু অথচ তথ্য গধুৰ জীৱন আলেখ্য বুলি ক'ব পাৰি। ডিম্বেশ্বৰ নেওগৰ কন্যা শ্ৰীমতী জীৱন চৌধুৰী নেওগে লিখা—'শুকাল, শুকাৰ দিলেঁ। চকুতে সি চকুলো

এখাৰ' নামে ১২ পৃষ্ঠাৰ প্ৰবন্ধটিৰ অকল নামটিয়েই চিত্তাকৰ্ষক নহয়— লিখনিও মনোগ্ৰাহী।

এইখন গ্ৰন্থত সন্নিবিষ্ট প্ৰভৃতি প্ৰবন্ধ ভাব-ভাষা সকলো ফালৰপৰাই উন্নত। তলত শ্ৰীতীৰ্থনাথ শৰ্মাৰ লিখা 'ডিম্বেশ্বৰ নেওগ, কবি আৰু মানুহজন' প্ৰবন্ধৰপৰা শাৰীচেৰেক তুলি দিয়া হ'ল—

"আউনীআটিৰ সেৱক এটা ধৰ্মপ্ৰাণ বৈষ্ণৱ পৰিয়ালত নেওগৰ জন্ম হৈছিল। নেওগে নিজৰ পৰিয়াল বা সমাজক ধৰ্ম বিষয়ত বিতুষ্ট কৰা নাছিল যদিও সেই বিষয়ত তেওঁ অন্ধবিশ্বাসী নাছিল। ধৰ্মজীৱন আৰু ধৰ্ম সম্পৰ্কে তেওঁৰ ধাৰণা স্বতন্ত্ৰ আছিল। জীৱনৰ সকলো ক্ষেত্ৰতে নিজৰ আদৰ্শ লৈ জীয়াই থকা কিছুমান ব্যক্তিমন্ত লোক আছে সামাজিক সুযোগৰ লগত নিজকে খাপ খুৱাবলৈ তেওঁলোকে ইচ্ছা নকৰে। নেওঁগ আছিল এনে এজন লোক। তেওঁৰ স্বকীয় বিচাৰ ৰীতি আছিল; শব্দ ব্যৱহাৰৰ ক্ষেত্ৰতেই হওক তেওঁ দৃঢ়ভাবে সেই ৰীতি বা মাপকাঠি ব্যৱহাৰ কৰিছিল। জীৱনৰ প্ৰতি এই দৃষ্টিভংগী আৰু ইয়াৰ উদ্দেশ্যই তেওঁৰ ৰচনাক বিশেষকৈ সন্থ ৰচনাক প্ৰভাৱান্বিত কৰিছিল। তেওঁৰ সাহিত্য-ৰঞ্জিত বিদ্ৰোহৰ এই অন্তৰ্নিহিত সুৰ বাজি আছে।"

## নকুলচন্দ্ৰ ভূঞা

১৯৬৬ চনৰ ৩০ ডিচেম্বৰৰপৰা ১৯৬৭ চনৰ ১জানুৱাৰীলৈ ডিব্ৰুগড়ত বহা অসম সাহিত্য সভাৰ চতুস্ত্ৰিংশৎ অধিৱেশনৰ মূল সভাত সভাপতিত্ব কৰি—

ভাষা সাহিত্যৰ লুইতক হেটিব কোনে?<br>
সংস্কৃতিৰ ৰবনৈক বোধিব কোনে?

বুলি আৰু উদাৰ আশ্বাস জনোৱা অসম সাহিত্য সভাৰ আৰু অসমীয়া ভাষা সাহিত্যৰ একজন আজীৱন অক্লান্ত পূজাৰী নকুল চন্দ্ৰ ভূঞাই তেওঁৰ সভাপতিত্বৰ বছৰটো শেষ নৌ কৰোঁতেই ১৯৬৮ চনৰ ১৬ জানুৱাৰীৰ দিনা নিত্যধামলৈ গতি কৰে। ১৯৬৯ চনৰ ১১ জানুৱাৰীত 'নকুল চন্দ্ৰ ভূঞা' গ্ৰন্থখনি উন্মোচন কৰা হয়। এই গ্ৰন্থৰ সম্পাদনা কৰে অসম সাহিত্য সভাৰ সম্পাদক হৰিপ্ৰসাদ নেওগে আৰু সহযোগী সম্পাদক আছিল অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়া। ১৫৮ পৃষ্ঠাৰ আৰু চাৰিটকা দামৰ এই গ্ৰন্থখনি তিনিটা খণ্ডত বিভক্ত। প্ৰথম খণ্ডত নটা মূল্যবান প্ৰবন্ধ আছে। এই খণ্ডৰ আলোচ্য বিষয় হৈছে ভূঞাৰ ব্যক্তিত্ব, চৰিত্ৰ আৰু অসম সাহিত্য সভাকে ধৰি বিভিন্ন সাংস্কৃতিক আৰু ৰাজহুৱা অনুষ্ঠানৰ লগত ভূঞাৰ সম্পৰ্কৰ আলোচনা। নকুল চন্দ্ৰ ভূঞাৰ ব্যক্তিত্ব সম্পৰ্কে ভূঞাৰ সহৃদয় বন্ধু, সুসাহিত্যিক পদ্মধৰ চলিহাই লিখিছে -

"ডিব্ৰুগড় অধিৱেশনৰ সভাপতি পদত ভূঞা অধিষ্ঠিত হওঁতে (পুহমহীয়া জাৰত) লগত এগৰাকী জায়েকক লৈ আহি বেণু শৰ্মা, বিনন্দ বৰুৱা আৰু মোক ওচৰতে বহুৱাই লৈ জীয়েকৰ হতুৱাই সুমথিৰা, তামোল আদি দিয়াই সভাৰ কাৰ্য চলাইছিল। সভাত ভূঞাই নেফাৰ জনজাতীয় জাপি এটা মূৰত পিন্ধি মণ্ডপত থিয় হৈ তেওঁৰ স্বভাৱ সুলভ মিচিকিয়া হাঁহিটি মৰাৰ দৃশ্য আজিও মোৰ মানস পটত জিলিকি আছে। বিধিৰ কি বিধান তাৰ দিনদিয়েকৰ পাছতে ভূঞাৰ ব্যাধিৰ প্ৰকোপ চৰি উঠিল। তেওঁ অসম মেডিকেল কলেজ হস্পিটালত শয্যাগত হৈ পৰিল। অলপ সকাহ পাই মাঘৰ বিহুত যোৰহাটৰ জেইল ৰোডত তেওঁৰ আটোম-টোকাৰী বাসভৱনলৈ আহি এই লিখকলৈ চিঠি দিলে—"গা অলপ ভাল পাইছোঁ; কিন্তু বৰ দুৰ্বল, 'অসম জ্যোতি' লৈ প্ৰবন্ধ লিখাৰ শক্তি এতিয়া মোৰ

নাই, বেয়া নাপাব।" এইখনেই ভূঞাই দিয়া শেষ চিঠি। অলপ দিনৰ পিছত খবৰ পালোঁ। ভূঞা আৰু নাই। মূৰত আকাশী চৰগ ভাগি পৰা যেন লাগিল।

নিয়তিৰ কি পৰিহাস! তেজপুৰত অসম সাহিত্য সভাৰ অধিবেশনৰ দ্বিতীয় দিনাই ভূঞাৰ আদ্য-শ্ৰাদ্ধও সম্পন্ন হৈছিল যোৰহাটত।" এয়া ভূঞাৰ এজন অকৃত্ৰিম সাহিত্যিক বন্ধুৰ ভূঞাৰ প্ৰতি অকপট শ্ৰদ্ধাঞ্জলি।

ভূঞাৰ আন এজন বয়োকনিষ্ঠ সাহিত্যিক বন্ধু শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই এটি প্ৰবন্ধত লিখিছে—

"আমাৰ ভিতৰত সঘনে দেখা শুনা নহৈছিল যদিও পত্ৰ সংগ হৈছিল সঘনে নিয়মীয়াকৈ। তেওঁ লেখিছিল বেছিকৈ মই লেখিছিলোঁ। কমকৈ আৰু পাতলাকৈ। ভূঞাদেৱে এই লিখকক নিজৰ সৰু ভায়েকৰ দৰে দাঁতত ভাত এটা লাগিলেও জনাইছিল আৰু পৰামৰ্শ সুধিছিল। নকুল ভূঞা সৰল-সহজ, মিঠালাপী, নিৰহংকাৰী আৰু অভিজ্ঞতাপূৰ্ণ মানুহজন—কোনো কথাত তেওঁ ভঙ্গাৰৰ মাজত সোমাবলৈ ইচ্ছা নক বিছিল আৰু পৰাপক্ষত মানুহৰ দোষৰ ফালটোত চকু দিছিল। এই লেখকে নতুনকৈ ছপা হোৱা কিতাপ এখন পঠাই দিলেই ততালিকে পঢ়ি দুই-এদিনতে তেওঁ প্ৰশংসামূলক একলা লিখি পঠাইছিল। মোৰ মঞ্চলেখা পুথিখনৰ অধিকাংশ কেচা ছপাতে পঢ়ি অতাই তেওঁ এই লেখকক প্ৰশংসাৰে পুতি পেলাইছিল মুঠতে ভূঞা মানুহজনৰ যি সান্নিধ্যলৈ আহিছে সি তেওঁক কেতিয়াও পাহৰিব নোৱাৰে।"

এইখনি হৰিপ্ৰসাদ নেওগৰদ্বাৰা সুসম্পাদিত গ্ৰন্থত নেওগে নিজেও "অসম সাহিত্য সভা আৰু নকুল চন্দ্ৰ ভূঞা' নামে সুদীৰ্ঘ প্ৰবন্ধ এটি লিখিছে।

নকুল চন্দ্ৰ ভূঞা গ্ৰন্থখনিৰ দ্বিতীয় খণ্ডত ভূঞাৰ সাহিত্যকৰ্মৰ ওপৰত চাৰিটা সুলিখিত প্ৰবন্ধ আছে আৰু ভূঞাৰ গ্ৰন্থসমূহৰ ওপৰত কৃতী সাহিত্যিকসকলৰ ভিন্ন সময়ত দিয়া মন্তব্যও ইয়াতে সন্নিবিষ্ট হৈছে।

পৰিশিষ্ট বা তৃতীয় খণ্ডটিত ভূঞাৰ চিন্তা তৰঙ্গৰ অধ্যায়টিত ভূঞাৰ বিভিন্ন ৰচনাৰ মাজেদি প্ৰকাশ পোৱা চিন্তাসমূহৰ নিদৰ্শন দিয়া হৈছে আৰু এই খণ্ডত শোকবাণী, পত্ৰলেখা আদিয়েও স্থান পাইছে। এই গ্ৰন্থ সম্পাদনাত ভূঞাৰ সাহিত্যপ্ৰেমী তৃতীয় পুত্ৰ শ্ৰীমাধৱচন্দ্ৰ ভূঞাৰ সহযোগিতা উল্লেখযোগ্য।

মুঠতে নকুল চন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থই আকৌ এবাৰ প্ৰমাণ কৰিলে যে হৰিপ্ৰসাদ নেওগ আছিল অসম সাহিত্য সভাৰেই বিচক্ষণ সম্পাদক নাছিল গ্ৰন্থসম্পাদকতো তেওঁ সমানেই বিচক্ষণতা দেখুৱাব পাৰিছিল। অসম সাহিত্য সভাৰ সম্পাদক হিচাবে তেওঁ কেনেকৈ কাক কোনটো কামত খটুৱাব লাগে ভালকৈ ভাবিছিল আৰু উপযুক্ত লোকক উপযুক্ত কামৰ ভাৰ দি আৰু বহুতো জ্ঞানী-গুণী সংগঠক উলিয়াই আনি সাহিত্য সভাক সৰ্বতোপ্ৰকাৰে ঠন ধৰাই তুলিছিল। গ্ৰন্থ সম্পাদনাৰ সময়তো তেওঁ যোগ্য লিখকৰপৰা যোগ্য প্ৰবন্ধ বাহিৰ কৰিছে এৰিছিল। সাহিত্য সভাই প্ৰবন্ধ লেখকসকলক আৰ্থিক মাননী দিয়াৰো নিয়ম নাই, তথাপি মাননী নিদিয়াকৈও নেওগে যোগ্য লেখকসকলক এনেকৈ বাৰম্বাৰ আবেদন কৰিছিল যে তেওঁলোকে নেওগৰ সম্পাদিত গ্ৰন্থৰ বাবে প্ৰবন্ধ লিখিহে পৰিত্ৰাণ পাইছিল আৰু লেখিছিলো সুচিন্তিত ভাল প্ৰবন্ধ। এয়া সম্পাদক হৰিপ্ৰসাদ নেওগৰ কৃতীত্বৰ আন এটি দিশ।

## অসম সাহিত্য সভা পৰিচিতি

১৯৬৬ চনত হৰিপ্ৰসাদ নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক

থাকোঁতেই 'অসম সাহিত্য সভা পৰিচিতি' নামে ২৬ পৃষ্ঠাৰ গ্ৰন্থ এখনি সংকলন কৰি প্ৰকাশ কৰে। এই সৰু গ্ৰন্থখনি অসম সাহিত্য সভাৰ উৎপত্তি আৰু বিকাশ, যেতিয়ালৈকে অনুষ্ঠিত ৩২ খন মুকলি অধিবেশনৰ চমু বিৱৰণি, আজীৱন সভ্যসকল আৰু শাখা সভাসমূহৰ নাম, অসম সাহিত্য সভাৰ প্ৰকাশনসমূহৰ নাম আৰু অসম সাহিত্য সভাৰ ১৯৬৫-৬৬ বছৰটোৰ কাৰ্যক্ৰমৰ চমু বিৱৰণ আছে। সৰু গ্ৰন্থখনিৰ সামৰণি বক্তব্য স্বচ্ছন্দে নেওগে লিখা কথাকেইটি প্ৰণিধানযোগ্য —

চাওঁতে চাওঁতে অসম সাহিত্য সভা এতিয়া আৰু এটি ক্ষুদ্ৰ সাহিত্যিক অনুষ্ঠান হৈ থকা নাই, ই সদোৰে অজ্ঞাতসাৰেও হ'ব পাৰে, এক বৃহৎ জাতীয় অনুষ্ঠানলৈ বাগৰ সলাইছে। গতিকে আগতে কোৱা কথাকে দোহাৰি কওঁ অসম সাহিত্য-সভাৰ এই পৰিণতি অব্যাহত ৰাখি, ছপাশাল আৰু যান-বাহন নিজ্য সম্পত্তিৰূপে অৰ্জন কৰি তাৰে ব্যৱসায়িক ফালটোৰ ওপৰত স্থকয়া চেঁচা দি অসমীয়া জাতিৰ ভবিষ্যত সম্প্ৰসাৰণ আৰু সমৃদ্ধিশালীকৰণৰ বাট মোকোলাই ল'ব লাগে। অসমীয়া জাতিৰ ভবিষ্যত বাস্তৱতে অসম সাহিত্য সভাৰ নিৰ্চিনা জাতীয়তাবাদী অনুষ্ঠানহে নিৰ্ধাৰণ কৰিব পাৰিব; অসমীয়াৰ আত্ম প্ৰতিষ্ঠাৰ এয়ে একমাত্ৰ উপায়। অসম সাহিত্য সভাৰ প্ৰতি নৱাগত অসমীয়াই যিদৰে সহাঁৰি দিছে জানি চাই অসমীয়াৰ ভবিষ্যত আশাপ্ৰদ বুলি ক'ব পাৰি, কিন্তু তাৰ বাবে অসমীয়াই সকলোকে সামৰি সাদৰি নল'লে নচলে নিশ্চয়।

## অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ

নেওগৰ প্ৰধান সম্পাদকৰ কালতে এই সৰু গ্ৰন্থখনিও নেওগে ১৯৬৭ চনত অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ পূৰ্ণ হোৱা উপলক্ষে

সংকলন-সম্পাদনা কৰি প্ৰকাশ কৰে। এই গ্ৰন্থখনিতো অসম সাহিত্য সভাৰ বিগত ৫০ বছৰৰ কীৰ্তি কাহিনী আৰু বিষয়বৰীয়া সকলৰ নাম সন্নিবিষ্ট হৈছে। এনে ধৰণৰ গ্ৰন্থই অসম সাহিত্য সভাৰ ভাবমূৰ্তি উজ্জল কৰাত আৰু প্ৰচৰ কাৰ্যত বিশেষভাৱে সহায় কৰে। সভ্যসকলৰ হাতত এনে একোখন গ্ৰন্থ থাকিলে অসম সাহিত্য সভাৰ বিষয়ে এটি থূলমূল ধাৰণা থাওকতে আয়ত্ত কৰাত সুবিধা হয়। অসম সাহিত্য সভাক এটি সৰ্বজন গ্ৰাহ্য সৰ্বজনপ্ৰিয় জাতীয় অনুষ্ঠানত পৰিণত কৰিবলৈ নেওগৰ যি আকুল চেষ্টা এই ছুখনি সৰু গ্ৰন্থ তাৰে নিদৰ্শন। 'অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ' গ্ৰন্থখনিত ৫০ জন সভাপতিৰ ফোটৰ ছবি সংযুক্ত কৰি দিয়াত গ্ৰন্থখনি সৰু হ'লেও আকৰ্ষনীয় হৈছিল। সেইবাবে এইখনি গ্ৰন্থ অতি কম সময়তে বিক্ৰীও হৈ গ'ল।

## চন্দ্ৰকুমাৰ আগৰৱালা

১৯৬৭ চনত জোনাকী যুগৰ আগলি ভোটাতৰা প্ৰতিভাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ শতবাৰ্ষিকী উপলক্ষে যোৰহাট পূৰ্বশ্ৰী প্ৰকাশনৰ উদ্যোগী সাহিত্যপ্ৰেমী স্বত্বাধিকাৰী শ্ৰীশিৱপ্ৰসাদ বৰুৱাৰ অনুৰোধমতে এই গ্ৰন্থখনি তৰাতৈয়াকৈ হৰিপ্ৰসাদ নেওগ আৰু শ্ৰীডম্বৰু কাকতীয়ে যুটীয়াভাৱে ৰচনা কৰা আঠোটি সুলিখিত আৰু তথ্য সমৃদ্ধ প্ৰবন্ধই স্থান পাইছে। প্ৰবন্ধকেইটি হ'ল— ১। চন্দ্ৰকুমাৰ আগৰৱলাৰ কবিতা আৰু শিল্পাদৰ্শ, ২। প্ৰতিমা, এটি আলোচনা, ৩। বীণ বৰাগী : কাব্য গ্ৰন্থত এভুমুকি, ৪। চোমাষ্টিছিজিম আৰু চন্দ্ৰকুমাৰ আগৰৱালা, ৫। চন্দ্ৰ-কুমাৰ আগৰৱলা আৰু ঐতিহ্য বিচাৰ, ৬। জীৱনবৃত্ত, ৭। কাব্যিক সৌন্দৰ্য বিচাৰ, ৮। কেইটিমান উপযোগ্য কবিতাৰ আলোচনা। এই গ্ৰন্থ ৰচনা কালত নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক আৰু মৰিয়ণি কলেজৰ অধ্যাপক আছিল গ্ৰন্থখনিৰ প্ৰকাশ সম্পৰ্কত উদ্যোগ সাহিত্যপ্ৰেমী প্ৰকাশক শ্ৰীশিৱপ্ৰসাদ বৰুৱাই লিখিছে –

"চন্দ্রকুমাৰ আগৰৱালাৰ শতবাৰ্ষিকী উপলক্ষে আমাৰ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰাৰ মানসে ; চন্দ্রকুমাৰ আগৰৱালাৰ কাব্যসমূহৰ নৱমূল্যা'কন কৰাৰ লগতে তেওঁৰ জীৱন-কথা প্রকাশ কৰাৰ এখন আঁচনি কৰি, অধ্যক্ষ হৰিপ্ৰসাদ নেওগ আৰু অধ্যাপক ডম্বৰু কাকতীদেৱক আমি অনুৰোধ জনাইছিলোঁ। তেখেতসকলে আমাৰ আঁচনি গ্ৰহণ কৰি গ্ৰন্থখন তত্‌তৈয়াকৈ প্রণয়ন কৰি উলিয়ালে।"

## অসমীয়া সংস্কৃতি

১৯৬৬ চনত হৰিপ্ৰসাদ নেওগ প্রধান সম্পাদক থাকোঁতেই ১২'০০ টকা মূল্যৰ এই সুবৃহৎ গ্ৰন্থখনি অসম সাহিত্য সভাই প্রকাশ কৰে। ৩০ টি মূল্যবান প্ৰবন্ধ সম্বলিত এই গ্ৰন্থখনি যুটীয়াভাৱে সংকলন সম্পাদনা কৰিছে হৰিপ্ৰসাদ নেওগ আৰু লীলা গগৈয়ে। এই মূল্যবান গ্ৰন্থখনি পাহুত বিশ্ববিদ্যালয়ৰ এম, এ, পাঠ্য ( অসমীয়া ) ৰ প্ৰসঙ্গ গ্ৰন্থস্বৰূপে অনুমোদন লাভ 'কৰি পাঠ্য তালিকাভুক্ত হৈছে। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ উত্তৰ লক্ষীমপুৰ অধিবেশনৰ ( ১৯৬৪ ) অভ্যৰ্থনা সমিতিৰ বাহি পুঁজিৰ পৰা গ্ৰন্থখনিৰ বিক্ৰীৰ পৰা সংগৃহীত ধনেৰে পুনঃ প্রকাশৰ স্বত্বেৰে চাৰি হাজাৰ টকা ই গ্ৰন্থ প্রকাশৰ বাবে দান দিছিল।

এই গ্ৰন্থত নেওগে অসম সাহিত্য সভাৰ প্রধান সম্পাদক হিচাবে এটি নিবেদন লিখিছে আৰু গ্ৰন্থখনিৰ যুটীয়া সম্পাদক হিচাবে নেওগ আৰু গগৈয়ে এটি আহল-বহল ভূমিকা লিখিছে। এই গ্ৰন্থৰ মুঠ ৩০ টি প্ৰবন্ধৰ প্ৰতিটিয়েই সুচিন্তিত আৰু সুলিখিত। অসমৰ সংস্কৃতিৰ সকলো দিশেই ইয়াত সামৰা হৈছে আৰু অসমীয়া ভাষাত অদ্যপৰিমিত প্ৰকাশিত প্ৰবন্ধ-সংকলন গ্ৰন্থসমূহৰ ভিতৰত এইখনি নিৰ্বিবাদে এখনি শ্রেষ্ঠ গ্ৰন্থ। প্ৰতিটি প্ৰবন্ধৰ লিখকসকল 'যই-সেই দিশৰ একোজনা প্ৰবন্ধ খ্যাতনামা পণ্ডিত। এই গ্ৰন্থত সন্নিবিষ্ট কেইটিমান মূল্যবান

প্ৰবন্ধ খ্যাতনামা স্বৰ্গগত লিখকসকলৰ পূৰ্ব প্ৰকাশিত লিখনিৰ মাজৰ পৰা অনা হৈছে। তেনে প্ৰবন্ধৰ ভিতৰত আছি কনকলাল বৰুৱাৰ অসমৰ প্ৰাগৈতিহাসিক সংস্কৃতি, ৰাজমোহন নাথৰ অসমীয়া স্থাপত্য বিদ্যাৰ পটভূমি। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ অসমৰ লোকসংস্কৃতি, জ্যোতিপ্ৰসাদ আগৰৱালাৰ অসমীয়া স্থাপত্যৰ স্বৰূপ, বিহু গীতত অসমীয়া জীৱনৰ চিত্ৰ। তদুপৰি গ্ৰন্থখনিৰ বিষয়বস্তুৰ লগত খাপখোৱা কেইটিমান মূল্যবান প্ৰবন্ধ অন্য অসমীয়া ভাষাৰ পৰা অনুবাদ কৰি দি গ্ৰন্থখনিৰ উপযোগিতা আৰু সৌষ্ঠব বৃদ্ধি কৰা হৈছে। তেনে প্ৰবন্ধৰ ভিতৰত আছে ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ অসম আৰু ভাৰত, ডঃ বোৰিয়াৰ এলুইনৰ উত্তৰ-পূৰ্ব সীমান্তৰ কলা আৰু সংস্কৃতি। অভ্ভানন্দ ঘোষৰ ভাৰতৰ আদি সংস্কৃতি। গ্ৰন্থখনৰ ভিতৰত কুৰিখনি ভাৱাৰ্থবোধক মূল্যবান ছবি সন্নিৱেশ হৈছে আৰু চাৰিশ পৃষ্ঠাৰ সুবৃহৎ গ্ৰন্থখনিৰ ছাপাবন্ধাও উন্নত হৈছে। 'অসমীয়া সংস্কৃতি'ৰ সম্পাদনাত হৰিপ্ৰসাদ নেওগ আৰু লীলা গগৈয়ে কৃতিত্বৰ পৰিচয় দিছে বুলি মুক্তকণ্ঠে স্বীকাৰ কৰিব লাগিব।

## সাহিত্য দূত সম্পাদনা

১৯৬৬ চনত নেওগ অতি ব্যস্ত লোক। দেবীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক, তদুপৰি অসম সাহিত্য সভাৰ অতি কৰ্মমুখৰ প্ৰধান সম্পাদক; উশাহ ল'বলৈকো আজৰি নাই। এনে কৰ্মব্যস্ত অৱস্থাতো নেওগে নতুন কাম এটি হাতত ল'লে যোৰহাটৰপৰা এখনি উন্নত মানদণ্ডৰ সাহিত্য আলোচনী উলিওৱাৰ। কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগৰ কৰ্মই ধৰ্ম, কৰ্মই জীৱন। তেওঁ এই বিষয়ত উদ্যোগ হাতত লৈ এখনি সম্পাদনা সমিতি গঠন কৰিলে এই সকল সদস্যক লৈ— ১। হৰিপ্ৰসাদ নেওগ, সম্পাদক, ২। শ্ৰীনগেন

শইকীয়া, ৩. শ্ৰীপ্ৰফুল্ল ৰাজগুৰু, ৪। শ্ৰীপল্লৱ বৰুৱা। নেওগৰ ঘৰৰ ওচৰুৰে উদ্যোগী সাহিত্যপ্ৰেমী স্বত্বাধিকাৰী শ্ৰীবল্লভ গোস্বামী প্ৰকাশৰ বাবে আগবাঢ়ি আহিছ ব্যৱস্থাপনাৰ ভাৰ ল'লে শ্ৰীভৱ গোস্বামীয়ে আৰু পৰিৱেশনৰ ভাৰ ল'লে যোৰহাটৰ 'পূৰ্বশ্ৰী'য়ে। 'সাহিত্য দূত'ৰ মুঠ ৫ টি সংখ্যা প্ৰকাশ পালে। প্ৰথম সংখ্যা বিক্ৰীৰ ধনেৰেই দ্বিতীয় সংখ্যা প্ৰকাশ পালে। এইদৰে মুঠ পাঁচটি সংখ্যা প্ৰকাশ পালে। সাহিত দূতৰ বিক্ৰীও হৈছিল ভাল। কোনো এখনতে লোকচান ভাৰবলগা হোৱা আছিল। কিন্তু মূলসম্পাদক হৰিপ্ৰসাদ নেওগৰ অত্যন্ত কৰ্ম ব্যস্ততাৰ বাবেই হওক বা অন্য কাৰণতেই হওক ৫টি সংখ্যা প্ৰকাশৰ পাছতেই হঠাতে সাহিত্যদূতৰ প্ৰকাশ বন্ধ হৈ গ'ল। সুলিখিত আৰু সুচিন্তিত প্ৰবন্ধ-কবিতা, গল্প, চমু কথিকা, বিচিত্ৰ সংগ্ৰহ, অনুবাদ আদিৰ প্ৰকাশে সাহিত্য দূতক সুখপাঠ্য আৰু চিন্তাসমৃদ্ধ এখনি আলোচনী কৰি তুলিছিল আৰু সাহিত্য দূত পঢ়ুৱৈ সমাজত সমাদৰ লাভ কৰিছিল। এক নেওগৰ সম্পাদকীয়ৰ নিদৰ্শন স্বৰূপে সাহিত্য দূতৰ ১ম বছৰ ৪ৰ্থ সংখ্যা 'ৰুচিৰ নিম্নগামীতা' শীৰ্ষক সম্পাদকীয়ৰ একাংশ তুলি দিয়া হ'ল--

"অসমীয়া সাহিত্য বৰ্তমান বিক্ষিপ্ত চিন্তা ধাৰাৰ খেলিমেলি ঘটিছে। যেনে ধৰণৰ চিন্তাই হওক সি জাতীয় জীৱনৰ মাজেদি প্ৰকাশ লাভ নকৰিলে লেখকে সাহিত্যৰ মাজেদি প্ৰকাশ কৰিবলৈ গ'লে পাঠকে গ্ৰহণ কৰিব নোৱাৰা হয়। ফলত সাধাৰণ পাঠকে পুষ্টিকৰ হ'লেও তেনে খাদ্য জীৰ্ণ কৰিব নোৱাৰাৰ বাবে পাঠকৰ ৰুচি নিম্নগামী হ'বলৈ বাধ্য হয়। তেনে অৱস্থাত উত্তেজনাপূৰ্ণ ইচ্ছা-সময়, তৰল-তামসিক খাদ্যই হৈ পৰে পাঠকৰ বাবে প্ৰেয় আৰু শ্ৰেয়। গভীৰ জীৱনবোধ হীন, আবেগৰ বীজেৰে বীজলুৱা খাদ্যৰ যোগান ধৰোঁতা সংখ্যাও চাহিদা অনুসৰি বাঢ়ি যায়; আৰু এনেকৈয়ে এটা জাতিৰ জাতীয় সাহিত্যৰ মানদণ্ড নিম্নগামী হৈ পৰে।

অসমীয়া সাহিত্যৰ এই বিস্তাৰৰ যুগতো এনে সংকটেই দেখা দিছে। মুষ্টিমেয়, চিন্তাশীল আৰু নিষ্ঠাবান লেখকৰ ৰচনা, মুষ্টিমেয় পাঠক-গোষ্ঠীৰ ভিতৰতে সীমাবদ্ধ। শিক্ষিত লোকৰ সংখ্যা বাঢ়িলেও, বিশেষকৈ সুস্থ অধ্যয়নশীলতাই গঢ় ল'ব পৰা নাই। চিন্তাগধুৰ ৰচনাৰ পাঠক প্ৰত্যেক শাখত এশতকৈও আছেনে নাই সন্দেহৰ বিষয় হৈ পৰিছে। স্কুল-কলেজৰ সংখ্যা বাঢ়িছে, কিন্তু সাহিত্যৰ ভাল ছাত্ৰ গঢ়ি উঠা নাই। এটা জাতিৰ বাবে এইটো নিসন্দেহে গভীৰ চিন্তাৰ বিষয় হোৱা উচিত। কাৰণ কেইজন অসমীয়াই কেইটা প্ৰাসাদ সজালে তাৰ ওপৰত জাতিৰ মূল্য নিৰ্ভৰ নকৰে, কৰিব কেইজন অসমীয়া চিন্তাবাদী, কিমান মৌলিক চিন্তা আৰু আদৰ্শৰ সৃষ্টি কৰিলে তাৰ ওপৰত সুৰুচিসম্পন্ন পাঠক গোষ্ঠীয়েহে সুৰুচিপূৰ্ণ লেখকৰ ৰচনাক সমাদৰ কৰিব। লেখক গোষ্ঠীয়েই পাঠকৰ ৰুচিৰ পৰিবৰ্ত্তন কৰাবও পাৰে। তাৰ বাবে নিতান্ত ব্যৱসায়িক মানোবৃত্তিৰ উৰ্দ্ধৈ লেখকসকল যাব পৰিব লাগিব। প্ৰতিষ্ঠাবান লেখক, সম্পাদক আৰু প্ৰকাশকসকলে সৰহীয়াখিনি অসমীয়া পাঠকৰ এই নিম্নগামী ৰুচিৰ পৰিবৰ্তন সাধন কৰিবৰ চিন্তা আৰু কাম কৰক। জাতিৰ মানসিক স্বাস্থ্যৰ ওপৰত সেই জাতিৰ সুস্থতা আৰু দীৰ্ঘায়ু নিৰ্ভৰ কৰে আৰু তাৰ বাবে আটাইতকৈ বেছি ৰৰঙনি যোগাব পৰা লিখক, সম্পাদক আৰু প্ৰকাশক সকলেই। তেওঁলোকে যদি জাতীয় চেতনাৰপৰা উদ্বুদ্ধ হৈ এই পদ্ধতিৰে চিন্তা আৰু কাম নকৰে উত্তৰপুৰুৰ দলে কেতিয়াও ক্ষমাৰ চকুৰে নেচাব।"

গতিপথ

ৰ'তেই থাকে তাতে এটা পৰিবেশ সৃষ্টি কৰি লৈ নতুন এটি সাহিত্যিক উদ্যম সৃষ্টি কৰাটোৱেই আছিল হৰিপ্ৰসাদ নেওগৰ আজন্ম স্বভাৱ। এই স্বভাৱ অনুসৰি তেওঁ 'জোনাক' আৰু 'সাহিত্য দূত' আলোচনী ইতিমধ্যে পোহৰলৈ অনাৰ কথা কৈ অহা হৈছে। পাঠ্যপুথি সমন্বয় সমিতিৰ সচিবৰ পদ পায়েই নেওগে তেওঁৰ

আজীৱন কৰ্মস্থলী যোৰহাট এৰি ডিব্ৰুগড় পালেগৈ। ডিব্ৰুগড়ৰ চৌকিডিঙিত থাকিবলৈ ল'লে আৰু বিশ্ববিদ্যালয়ৰ কামত যোৱা সময়খিনিৰ বাহিৰে বাকীখিনি সময়ত ডিব্ৰুগড়ৰ সাহিত্যপ্ৰেমী লোক-সকলৰ লগত সাহিত্য-আলোচনী এখনি পোহৰলৈ অনাৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। এই আলোচনাৰ ফলস্বৰূপে 'সাহিত্য প্ৰকাশ সমবায়] লিঃ ডিব্ৰুগড়' গঢ় উঠিল। পৰিচালনা সমিতিৰ সভ্যসকল আছিল হৰিপ্ৰসাদ নেওগ (সভাপতি), শ্ৰীটঙ্কেশ্বৰ বৰা (উপ-সভাপতি), শ্ৰীবিপিন শৰ্মা (সম্পাদক), শ্ৰীমহেন্দ্ৰ নাথ ভট্টাচাৰ্য্য (কোষাধ্যক্ষ), শ্ৰীসুৰেন নেওগ (সহ সম্পাদক), শ্ৰীজগত বৰুৱা, শ্ৰীপ্ৰবীণ বৰঠাকুৰ, পি, ডি, কে, শাস্ত্ৰী, শ্ৰীধীৰেণ ফুকন। এই সমিতিয়ে 'গতিপথ' নামেৰে সাহিত্য-সংস্কৃতিৰ মাহেকীয়া কাকত এখনি প্ৰকাশ কৰিবলৈ স্থিৰ কৰি এইদৰে এখনি সম্পাদনা সমিতি গঠন কৰিলে— ১। শ্ৰীহৰিপ্ৰসাদ নেওগ (মুখ্য সম্পাদক), ২। ডঃ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ৩। শ্ৰীসুনীল বৰঠাকুৰ, ৪। শ্ৰীমুকুট-সিংহ ফুকন, ৫। শ্ৰীডিম্বেশ্বৰ চলিহা, ৬। শ্ৰীইন্দ্ৰ বৰা, ৭। শ্ৰীহোমেশ্বৰ গোস্বামী। 'গতিপথ'ৰ প্ৰকাশক আছিল উক্ত 'সাহিত্য প্ৰকাশ সবায়'ৰ সম্পাদক শ্ৰীবিপিন শৰ্মা আৰু ব্যৱস্থাপনাত আছিল শ্ৰীপ্ৰফুল্ল ভট্টাচাৰ্য।

গতিপথৰ মাত্ৰ তিনিটা সংখ্যাহে প্ৰকাশ পালে। নেওগৰ স্বাস্থ্যৰ অৱনতি ঘটাত আৰু বিশ্ববিদ্যালয়ৰ গ্ৰন্থ প্ৰকাশৰ কাম বঢ়াত নেওগে অগত্যা গতিপথ বন্ধ কৰি দিব লগা হ'ল। 'গতিপথ'ৰ প্ৰকাশিত তিনিওটি সংখ্যা ভালেকেইটি উন্নত মানদণ্ডৰ প্ৰবন্ধ, কবিতা, শাস্ত্ৰ আৰু বিজ্ঞান বিচিত্ৰা, অৰ্থনৈতিক সমীক্ষা, যুৱ চিন্তা আদি বিভিন্ন শিতানেৰে সমৃদ্ধ আছিল। প্ৰথম দুই সংখ্যাত সাংস্কৃতিক শিতান আৰু গ্ৰন্থ সমীক্ষাও আছিল। গতিপথৰ তৃতীয় সংখ্যাত সম্পাদক হৰিপ্ৰসাদ নেওগে লিখা এটি চিন্তামূলক সম্পাদকীয় তলত তুলি

দিয়া হ'ল। এই সম্পাদকীয়ৰ শিৰোনামা আছিল— 'শক্তিলিপ্সা'।

"বাতৰি কাকতৰ পাত লুটিয়ালেই আজিকালি দেখা যায় ৰাষ্ট্ৰ বা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত ঘটি থকা ক্ষমতাৰ যুঁজ, আত্মপ্ৰতিষ্ঠাৰ বাবে হোৱা সংগ্ৰামৰ মূলতে হ'ল উৎকট শক্তিলিপ্সা। বিশ্ববিখ্যাত চিন্তানায়ক বাৰ্টেও ৰাছেলে শক্তিলিপ্সাক মানৱ বুৰঞ্জীৰ ক্ৰমবিকাশৰ মূল উৎস বুলি গণ্য কৰি থৈ গৈছে। স্বৰূপতে শক্তিলিপ্সা মানৱ সভ্যতাৰ পাতনিৰেই উদ্ভৱ হৈছে। আত্মপ্ৰতিষ্ঠাৰ বাবে হোৱা সংগ্ৰাম লাগে যি পৰ্যায়ৰেই হওক বা এই সংগ্ৰামে যি ৰূপকেই পৰিগ্ৰহ নকৰক শক্তিলিপ্সাক বাদ দি কোনো জাতিৰ ইতিহাসে ৰচিত হ'ব নোৱাৰে। ৰাছেলৰ নতুন সমাজ সমীক্ষাত এই শক্তি-লিপ্সাৰ নতুনতম বস্তুটোৰ কথা উল্লেখ কৰা হৈছে। তেওঁ ক'ব খুজিছে যে শক্তিলিপ্সাৰ প্ৰকৃত কথা পৰিগ্ৰহ হয় বিদ্ৰোহৰ মাজেদি। স্বৰূপতে এক অদৃশ্য শক্তিয়ে মানুহৰ অৱচেতন মনত সদায় ক্ৰিয়া কৰে। নিজকে 'দাসৰো দাস' বুলি ভবা এজনৰ কাৰণেও তেওঁৰ শ্ৰেষ্ঠত্ব অদৃশ্য ভাৱেই প্ৰতিপন্ন হয়। এই শক্তিলিপ্সাই আজি পৃথিবীৰ বুৰঞ্জীত অভিনৱত্ব আনিছে। কিন্তু শক্তিলিপ্সাক সভ্যতাৰ বিকাশৰ আলম বুলি ধৰিলেও এই কথা সত্য যে শক্তিলিপ্সাৰ নামত আজি নিৰীহ জনতা বলি হ'ব লগা হৈছে। অৱশ্যে আমি ক' পাৰো একোটা জন-শক্তিৰ অভ্যুত্থানে জানো তথাকথিত শক্তি-লিপ্সাৰ কথাই সুবুজায়? তেনেহ'লে এই ক্ষেত্ৰত শক্তিলিপ্সাৰ বাবে দোষ ক'ত? কিন্তু প্ৰশ্ন হ'ল গণশক্তিক আজি সুবিধাবাদী ৰাজনীতি-বিদসকলে কেনেদৰে পৰিচালিত কৰিছে। জনতাৰ শক্তি, উচ্চতা গগণস্পৰ্শী। কিন্তু জনতাক ভুৱা দি সুবিধাবাদে গা কৰি উঠাৰ প্ৰমাণো নথকা নহয়। গণতান্ত্ৰিক সমাজ ব্যৱস্থাত জনতাৰ শক্তি "বেৰমিটাৰৰ" দৰে উঠানমা কৰে অথচ কোনোদিনেই সৰ্বহাৰা

জনতাৰ কল্যাণ সাধন নহয়। ধনী সদায় ধনী হ'বই লাগিছে আৰু দুখীয়া সদায় দুখীয়া হৈয়েই থাকিব লাগিছে। সেইবাবে আজি পৃথিৱীৰ চিন্তাশীল এচাম বুদ্ধিজীৱীয়ে উৎকট শক্তিশিবিৰৰ বাহিৰত এক তৃতীয় শিবিৰৰ কল্পনা কৰিছে যিটোৰ উৎস হ'ল একমাত্র জনতাৰ স্বতঃস্ফূৰ্ত শক্তি। এই বুদ্ধিজীৱী শক্তিটোৰ অন্যতম, আধুনিক চিন্তা জগতত আলোড়ন তোলা বাৰ্টাণ্ড ৰাছেলে সেয়েহে হয়তো প্রত্যাহ্বান জনাইছে—"মই নথকা হ'লে নিজকে বেছি নিৰাপদবোধ কৰিলেহেঁতেন শাসকবিলাকে।" এই 'মই'য়েই হ'ল আচলতে গণশক্তিৰ প্রতীক। আজিৰ উৎকট শক্তিশিবিৰৰ বাবে গোটেই পৃথিৱীজোৰা যুঁজখন হৈছে সুবিধাবাদী চয়তান শাসকগোষ্ঠী আৰু স্বতঃস্ফূৰ্তভাৱে গঢ়ি উঠা গোটেই এক গণসত্তাৰ মাজত। নহ'লেও হ'ব যে সমাজৰ এচাম চিন্তাশীল লেখক গোষ্ঠীয়ে এই গণশক্তিৰ প্রকৃত দিগ্‌দৰ্শন কৰিছে।"

## অন্যান্য সাহিত্য সেৱা

ওপৰত উল্লেখ কৰি অহা নেওগৰ ৰচিত আৰু সম্পাদিত গ্রন্থ আৰু আলোচনাসমূহৰ উপৰিও নেওগে স্কুলীয়া ছাত্র অৱস্থাৰপৰা মৃত্যুৰ সময়লৈ একেৰাহে ৩০ বছৰ কাল বিভিন্ন আলোচনী, বাতৰি কাকত, স্মৃতিগ্রন্থ, প্রবন্ধ সংকলন আদিত নানা বিষয়ৰ ওপৰত বিশেষকৈ সাহিত্য সমালোচনামূলক প্রবন্ধ লিখিছিল। কবি হিচাপেও নেওগৰ কিছু নাম আছিল। এইবিলাক সংকলন কৰি এখনি 'হৰিপ্ৰসাদ নেওগ ৰচনাৱলী' প্রকাশৰ থল আছে। সংগঠক, প্রবন্ধকাৰ তথা সম্পাদকসকলে নেওগৰ যি সুখ্যাতি আছিল ৰাজহুৱা বক্তাস্বৰূপে তেওঁৰ তেনে সুখ্যাতি নাছিল বুলিয়েই ক'ব পাৰি। নেওগৰ বক্তৃতাৰ ভাষা কিছু নীৰস প্রকৃতিৰ থকাত [illegible] প্রকাশভংগীতকৈ তথ্যৰ ওপৰত তেওঁ অধিক গুৰুত্ব আৰোপ [illegible] সাধাৰণলোকে তেওঁৰ বক্তৃতা ভালকৈ অনুসৰণ কৰিব নোৱাৰিছিল আৰু নেওগৰ বক্তৃতাই শ্রোতাসকলৰ

[illegible]পক্ষে আমনিদায়ক হৈ পৰিছিল। তেওঁৰ জগত একেলগে [illegible]হৈলে এই গ্ৰন্থকাৰ যাওঁতে শ্ৰোতাসকলৰপৰা লেখকে শুনা মন্তব্য পৰাহে এই মত দিয়া হৈছে। গাঁৱৰ সভাবিলাকত উচ্চশিক্ষিত লোক কিছু থাকিলেও, নিৰক্ষৰ বা অলপ পঢ়া-শুনা থকা লোক আৰু আইসকল আৰু ল'ৰা-ছোৱালীয়ে সভাৰ ভৰি থাকে। এনে সভাত বক্তৃতা দি তেওঁগে সকলো শ্ৰোতাৰ মনোগ্ৰাহীতা সাধন কৰিব পৰা নাছিল, কিয়নো কোমল ভাষা মনোগ্ৰাহী প্ৰকাশভংগী এনেবোৰ সভাত বৰ প্ৰয়োজনীয় গুণ। উচ্চ শিক্ষিত ডেকা-গাভৰু সকলেহে তেওঁৰ তথ্যপূৰ্ণ আৰু জাতীয়তাবাদী দৃষ্টিভংগীৰ মেল বুজিছিল আৰু অনেক ঠাইৰে তেওঁক বক্তৃতা দিবলৈ নিমন্ত্ৰণ জনাইছিল।

ছাত্ৰ-ছাত্ৰী আৰু যুৱক-যুৱতীসকলক তেওঁগে সাহিত্য চৰ্চা আৰু সমাজসেৱাত সাধ্যানুসৰি অনুপ্ৰেৰণা যোগাইছিল। উদাহৰণ স্বৰূপে ক'ব পাৰি যে যোৰহাট তপচীলভুক্ত ছাত্ৰসন্থাই 'অৰুণৰণিকা' নামেৰে এখনি মুখপত্ৰ প্ৰকাশ কৰিছিল। অৰুণবণিকাৰ সম্পাদক আছিল শ্ৰীৰমেশ দাস (বৰ্তমান জনতা এম, এল, এ)। তেওঁগে শ্ৰীৰমেশ দাস আৰু উক্ত ছাত্ৰসন্থাক সততে প্ৰেৰণা যোগাইছিল আৰু 'অৰুণবণিকা'ৰ মুখ্য উপদেষ্টা আছিল। উক্ত আলোচনীত প্ৰবন্ধও লিখিছিল আৰু বহুত ভাবি-চিন্তিহে মুখপত্ৰখনিৰ নামো দিছিল 'অৰুণবণিকা'। এইখন আলোচনীৰ কেবাটিও সংখ্যা প্ৰকাশ পাইছিল।

তেওঁগে ডিব্ৰুগড়ত থাকোতে তেওঁক স্থানীয় ছাত্ৰ অৱস্থাৰপৰা সমাজ-সাহিত্য সেৱাত প্ৰেৰণা যোগাই অহা সাৰ্বজনীন ৰকা বাগ্মীবৰ ৺নীলমণি ফুকনৰ সুবিস্তৃত জীৱনী এখনি কেবাটিও খণ্ডত বিভক্ত কৰি প্ৰকাশ কৰিবলৈ আৰু [illegible] ৰচনাৱলী সামাজিক ৰূপত প্ৰকাশ কৰিবলৈ আৰু সাৰ্বজনী[illegible]ৰে ফুকনক সম্বৰ্ধনা

কৰাবলৈ পঞ্চাশ হাজাৰ টকাৰ এটি আঁচনি লৈ কামত কিছু আগ বাঢ়িছিল। নেওগৰ অসুস্থতা আৰু অকাল মৃত্যুত আঁচনিখন তলত পৰে।

নেওগে অসমীয়া ভাষা সাহিত্য এখনি কেবাটিও খণ্ডত বিভক্ত কৰি সুবিস্তৃত বুৰঞ্জী লিখিবলৈ যোৰহাটত থাকোঁতেই পৰিকল্পনা হাতত লৈ অধ্যাপক ভৱকৃষ্ণ মিশ্ৰ (জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সংস্কৃতৰ মুখ্য অধ্যাপক) ক এটি খণ্ড লিখিবলৈ ভাৰ দিছিল। এই গ্ৰন্থকাৰৰ লগতো এই বিষয়ে আলোচনা কৰিছিল আৰু এই গ্ৰন্থকাৰক পাৰ-কল্পিত নীলমণি ফুকনৰ সুবিস্তৃত জীৱনৰ এটি খণ্ড লিখিবলৈকো লিখিত পত্ৰযোগে ভাৰ দিছিল। অতিশয় উদ্যোগেই, অত্যন্ত গুণগ্ৰাহী, উচ্চমনা আৰু দীৰ্ঘদৃষ্টিসম্পন্ন হৰিপ্ৰসাদ নেওগৰ অকাল মৃত্যুত এইদৰে অনেক কল্যাণকামী পৰিকল্পনাৰো অকাল মৃত্যু ঘটিল।

## অসমীয়া এম-এ শ্ৰেণী আৰু নেওগ

বিদ্যানুৰাগ আছিল হৰিপ্ৰসাদ নেওগৰ আজন্ম প্ৰবৃত্তি। বিদ্যাৰ্থীসকলক পঢ়া-শুনাত সহায় কৰি বুদ্ধি-ভাৱষা দি তেওঁ অতিশয় ভাল পাইছিল। বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰি নিয়মীয়া অধ্যয়ন কৰিবলৈ যোত্ৰ নথকা বা চাকৰি কৰি নপঢ়িলে পঢ়িবলৈ সুবিধা নথকা বা বিবাহিত জীৱন জঞ্জালত সোমাই আঁতৰত পঢ়িবলৈ যাব নোৱাৰা, কিন্তু উচ্চশিক্ষাৰ প্ৰতি প্ৰবল অনুৰাগ থকা বিদ্যাৰ্থীসকলৰ আশা-ভাৰষাৰ স্থল হৈ পৰিছিল নেওগ। সৰবৰহী, বিদ্যানুৰাগী আৰু সংগঠনপ্ৰিয় নেওগৰ গুচৰলৈ গৈ এই বিদ্যাৰ্থীসকলে যি সাহস আৰু আশ্বাস পাইছিল, নেওগৰ সমকক্ষ বা নেওগতকৈ বিদ্বান আন বহুতৰেপৰা সেইটো আশা কৰিব নোৱাৰি।

এ নবোৰ কাৰণতে নেওগে ১৯৬১ চনত যোৰহাটত অসমীয়া এম-এ শ্ৰেণী এটি আৰম্ভ কৰিলে। এই শ্ৰেণীটিয়ে বিশ্ববিদ্যালয়ৰ কোনো অনুদান বা স্বীকৃতি পোৱা নাছিল। কিন্তু এই শ্ৰেণীটিত পঢ়িয়েই ভালে কেইজন বিদ্যোৎসাহী ছাত্ৰ-ছাত্ৰীয়ে প্ৰাইভেট পৰীক্ষাৰ্থীস্বৰূপে এম-এ পৰীক্ষা দি ভাল ধৰণে উত্তীৰ্ণ হৈছিল। এই অসমীয়া এম-এ শ্ৰেণীটি ১৯৬২ চনৰপৰা নিৰৱচ্ছিন্নভাৱে কাল চলি আছিল। ১৯৬৩ চনত প্ৰথম দলটিয়ে এম-এ প্ৰথম বৰ্ষৰ (Previous) পৰীক্ষা দি উত্তীৰ্ণ হয় আৰু ১৯৬৪ চনত শেষ (Final) পৰীক্ষা দি বেবাজনো উত্তীৰ্ণ হয়। এই শ্ৰেণীটিৰ মুখ্য সংগঠক আৰু মুখ্য অধ্যাপক আছিল নেওগ। এই শ্ৰেণীটিৰ বাবে প্ৰয়োজনীয় গ্ৰন্থৰ এটি ক পুথিভঁৰালো নেওগে স্থাপন কৰিছিল। এই শ্ৰেণীটিৰপৰা নেওগে মানৰী লৈছিল অতি সামান্য আৰু আন অধ্যাপকসকলকো অতি সামান্য মানৰীহে দিয়া হৈছিল। নেওগ প্ৰমুখ্যে অধ্যাপকসকল আছিল প্ৰায় অবৈতনিক। শ্ৰেণীটি বহুতদিন অসম সাহিত্য সভাৰ প্ৰধান কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত আৰু কিছুদিন জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ এটি কোঠাত বিয়লি বা গধূলি চলিছিল।

এই শ্ৰেণীটিৰ অধ্যাপকসকল আছিল (১) হৰিপ্ৰসাদ নেওগ (মুখ্য অধ্যাপক), (২) চৈয়দ আব্দুল মালিক, (৩) শ্ৰীনবীনচন্দ্ৰ গোস্বামী, (৪) শ্ৰীভৱকৃষ্ণ মিশ্ৰ, (৫) শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, (৬) শ্ৰীতিলেশ্বৰ শৰ্মা, (৭) শ্ৰীনবীন গগৈ, (৮) শ্ৰীহৰকান্ত গগৈ, (৯) শ্ৰীদুৰ্গানাথ শৰ্মা।

এই শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকল আছিল (যিমানদূৰ মনত পৰিছে) (১) লাৱণ্যপ্ৰভা ভূঞা (২) শ্ৰীমতী অৰুণা গোহাঁই, (৩) শ্ৰীমতী বিমল ৰাজখোৱা, (৪) শ্ৰীমতী প্ৰদীপা বৰুৱা, (৫) শ্ৰীমতী মৃনালিনী ফুকন, (৬) শ্ৰীমতী লাৱণ্য বৰুৱা, (৭) শ্ৰীমতী কঞ্চন বৰবৰা, (৮) শ্ৰীমতী স্বৰ্ণ বৰুৱা, (৯) শ্ৰীযতীন্দ্ৰনাথ ফুকন, এওঁ মাধুৰ্য্যসকল

কৰিছিল', ১০। শ্ৰীজীতেন্দ্ৰনাথ শইকীয়া, ১১। শ্ৰীবংশীধৰ শইকীয়া, ১২। শ্ৰীদেৱেশ্বৰ বৰা, ১৩। শ্ৰীযজ্ঞোৰাম গগৈ, ১৪। শ্ৰীপ্ৰসাদ শৰ্মা আদি। শ্ৰীদুৰ্গা শইকীয়াই এম এ শ্ৰেণীটি সংগঠন কৰা আৰু কাৰ্যালয়ৰ আৱশ্যক অনুযায়ী অবৈতনিকভাৱে কাম কৰি সহায় কৰিছিল। উল্লেখযোগ্য যে ওপৰত নাম দিয়া বেছিভাগ ছাত্ৰ-ছাত্ৰীয়ে উক্ত এম-এ শ্ৰেণীত পঢ়িয়েই এম-এ পৰীক্ষাত উত্তীৰ্ণ হৈ চাকৰি কৰি আছে। যোৰহাট চৰকাৰী ছাত্ৰী মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী লাৱণ্যপ্ৰভা ভূঞা আছিল এই শ্ৰেণীৰ আটাইতকৈ বয়োজ্যেষ্ঠা ছাত্ৰী। ভূঞাই চাকৰিৰ পৰা অৱসৰ লোৱা বয়সত উক্ত শ্ৰেণীৰপৰাই এম-এ ডিগ্ৰী লাভ কৰে। কেইবছৰমানৰ আগতে বিদূষী নাৰী চিৰকুমাৰী লাৱণ্য প্ৰভা ভূঞাই পৰলোক গমন কৰিছে। যোৱা ১৯-২-৭৮ তাৰিখে যোৰহাট সাহিত্য সভাই আয়োজন কৰা হৰিপ্ৰসাদ নেওগৰ পঞ্চম মৃত্যুবাৰ্ষিকী স্মৃতিসভাত যোৰহাট সাহিত্য সভাৰ সভানেত্ৰী আৰু যোৰহাট বাল্যভৱনৰ অধ্যক্ষা শ্ৰীমতী সৰলা গোঁহায়ে বক্তৃতা প্ৰসঙ্গত কৈছিল, "হৰিপ্ৰসাদ নেওগৰ উদাৰতা আৰু বিদ্যোৎসাহিতাৰ ফলতেই আমি এম,এ, ডিগ্ৰী লাভ কৰিলো; নহ'লে আমাৰ জীৱনত সেইটো সম্ভৱ হৈ নুঠিলহেঁতেন।"

এই এম-এ শ্ৰেণীটো চলোৱা সময়ত নেওগ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক আৰু দেৱীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক আছিল। ১৯৬৫ নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হোৱাত তেওঁৰ ব্যস্ততা অত্যধিক হোৱাত আৰু প্ৰথম উৎসাহী ছাত্ৰ-ছাত্ৰী দলটিয়েও ইতিমধ্যে এম-এত উত্তীৰ্ণ হৈ যোৱাত এম-এ শ্ৰেণীটি অচল হ'ল।

# মোৰ গান

হৰিপ্ৰসাদ নেওগ

জীৱন ভৰ' এটি মাথোন গান
সেয়ে তোমাৰ দান দেৱতা, সেয়ে তোমাৰ দান,
বজাই তোমাৰ মোহন বাঁহী, বোৱাই তোমা সুৰ;
জীৱনক ই মধুৰ কৰি সুখ-দুখেৰে পুৰ।
মোৰ জীৱনৰ সেয়ে মাথোন গান,
সেয়ে তোমাৰ দান দেৱতা, সেয়ে তোমাৰ দান,
কত যুগৰ নীৰৱ হুমুনিয়া,—
বাঁহীৰ সিয়ে সুৰেৰে মোৰ গানটি বাই দিয়া,
অতীত যুগৰ অন্ধকাৰৰ কতই কথা আছি
লুকাই আকৌ মোলান পেলায় পৰাণ কুসুম পাহি।
তোমাৰ দিয়া, তোমাৰ দিয়া দিয়া
অন্ধকাৰত অশ্ৰু মাজে তুমি উটাই নিয়া
গানটি গাবৰ মোৰ যে শক্তি নাই,
কণ্ঠ যে মোৰ হৈছে অধীৰ স্বৰ যে মূৰ্চা প্ৰায়
আছে কেৱল তোমাৰ দিয়া দুটি চকুলোৰ,
তাৰেই তোমাৰ বাঁহীৰ সুৰত গানটি হ'ব মোৰ.
মোৰ জনমত আনন্দৰ সুৰ নাই

---

* যৌৱনৰ ভৰ দুপৰতে মৰহি যোৱা এপাহি কুসুম হৰিপ্ৰসাদ নেওগৰ এই কবিতাটি ১৮৬১ শকৰ মাঘ মাহৰ ভোগালি সংখ্যা "ভ্ৰমৰ" আলোচনীত প্ৰকাশ হৈছিল। কবিতাটি শ্ৰীদুৰ্গা শইকীয়াৰ সৌজন্যত পোৱা হৈছে।

হুমুনিয়াৰ জীৱন মোৰ ই চকুলো গান হাঁয়।
ঘুমাই যোৱা চকুলোৰ সুৰ—
হাতৰ বাঁহী. কৰা প্ৰিয়, কৰা ইবাৰ দূৰ
শোণিত মোৰ ই হ'ল চকুলো তাৰো পৰিল ওৰ
বস্তি গছি মুৰাই ঘুমাই ঘুমাই ইবাৰ মোৰ,
তোমাৰ আশা হ'ব ইমান পূৰ
গানটি গোৱা শেষ হ'লেই মাৰিম ইবাৰ বুৰ।

---

## জৰালৈ/জন্মদিন উপলক্ষে

হৰিপ্ৰসাদ নেওগ

মৰমৰ জৰা: আই মোৰ
চাওঁতে চাওঁতে তোৰ এবছৰ হ'ল
কিমান হেঁপাহ সনা আমাৰ চকুত
চাই চাই আমনি নলগা
নেদেখিলে মন বেয়া লগা
তই দেখো আমাৰেই নয়নৰ মণি।

কিমান সপোন সনা চকুৰ পতাত
অতীত জীয়াই ৰ'ল:
সাক্ষী ৰ'ল সৰি পৰা দুধাৰ চকুলো
কান্দিলো এদিন সুঁৱৰি সুঁৱৰি সেই
পাইও নেপোৱা—সপোনৰ কুহেলিকা প্ৰায়

বিস্মৃতিত শেষ হৈ যোৱা--
এটা নিষ্ঠুৰ পুৰাৰ কথা।

সেইবোৰ স্মৃতিৰ টুকুৰাকে
সৰুদিন বুটলি ৰ'লো:
সেইবোৰ টুকুৰাকে—তই কিন্তু
ভাঙি চিঙি শেষ কৰি দিলি।
মৰম কোমল তোৰ
আমেজৰ পৰশ বুলালি।

এদিন দুদিন
এমাহ দুমাহকৈ
তই দেখো ডাঙৰেই হলি।

মৰমৰ আমাৰ এখনি ঘৰ
এইয়া স্বৰ্গপুৰী
আৰু তয়েই তাৰ উৎস-প্ৰাণৰক্ত।
তাহি হাঁহি-কান্দি কান্দি
ইমান কোঢ়ল কৰি
শুই পৰ যেতিয়া ভাগৰি
তেতিয়া উমান পাওঁ
মনে মনে সহাঁৰি বিচাৰি।

আজি তোৰ এবছৰ হ'ল
কাইলৈ দুবছৰ—এইদৰে বাগৰিব
সময়ৰ বোকোচাত "বৰ্ত্তমান"
এই মুহূৰ্ত্তৰ।

তয়েই সামৰি ল'বি
আমাৰ অমূত আশা—দূৰ ভবিষ্যতৰ
এয়া—ধূপ কাঠি সন্মুখত ৰাখি
আশা—দ্বীপ তুলি উজ্জ্বলাই
নেদেখা জনৰ প্ৰতি এটিবাৰ কৰিছো প্ৰণাম
আৰু দিব আমালৈ
ভবিষ্যত নৱ-দিগন্তৰ
"আই তই কুশলে থাক"।

---

## মই আৰু মোৰ মন

হৰিপ্ৰসাদ নেওগ
কলিকতা, ১৭-৯ ৭২

মন ভাৰাক্ৰান্ত চিন্তা কাতৰ
জীৱনলৈ ইমান মমতা কিয়?
কিহৰ এই আকৰ্ষণ
অজানিতে অন্তৰত মাথো
দুৰ্বাৰ বাসনা।
মোৰ ঘৰ, মোৰ স্ত্ৰী, মোৰ পুত্ৰ
মোৰ কন্যা, আপোন পৰিজন
সকলোৱে যেন মোকে লৈ
মোৰ বাবেই অতিপাত ব্যস্ত।
অথচ মই শিক্ষিত মানুহ বুলি

অহংকাৰত মত্ত।
মুখত ভগৱান ঈশ্বৰৰ নাম
নাৰায়ণ গৰিমাত সিক্ত মন প্ৰাণ
গীতাৰ নিষ্কাম কামনা সাধনা লৈ
মই নিতে নিতে পাঠ আওঁৰাও
তথাপি— মই কোন ?
মন মোৰ মোকে লৈ কিয়
হৈছে আবদ্ধ ?
মই ভাবো এয়াই জীৱন
জীয়াই থকাৰ আকুতিৰে
সংসাৰৰ মায়া ডোলৰ বান্ধোনত
নিজকে বিলাই দিয়াৰ বাসনাৰে
মই এটা স্বাৰ্থপৰ মানুহ নে
মধ্যজগতৰ
এক নিস্পন্দ সত্তা ?

——00——

# হে প্ৰভু! তোমাৰ এই মহান সৃষ্টি

হৰিপ্ৰসাদ নেওগ

কলিকতা, ২০-৯-৭২

হে প্ৰভু !

তোমাৰ এই মহান সৃষ্টিৰ লীলা খেলা চাই

ভাৱতে বিভোৰ হওঁ।

তুমি হেনো আনন্দকৰ

কাপে বসে ভৰা পৃথিৱীখনিৰ

আনন্দৰ মূল উৎস তোমাকেই।

গছ-লতা-তৃণ-তৰু ভৰা এইয়া অবাক প্ৰকৃতি—

সিও সবাক হৈ গ'ল ! হৈ গ'ল চিত্ৰ-বিচিত্ৰৰ মেলা।

ষড় ঋতুৰ হয় আৱৰ্তন : প্ৰকৃতিৰ বৰণ বাগৰে

আৰু তোমাৰেই আচৰিত সৃষ্টি—"মানুহ"

অমৃতস্য পুত্ৰ—এইয়া মানুহৰ জয় যাত্ৰা পৃথিৱীত।

মাতৃৰ কোলাত "মা" বুলি যিদিনাই হ'ল আৰম্ভণ

ক্ৰন্দন ধ্বনিৰ—

সেই প্ৰথম চুচকুৰ মৃদুল চাৱনি আৰু

ক্ৰন্দন—অকণ আশ্ৰয় আৰু অকণ আহাৰৰ বাবে

সংগ্ৰামৰ মধুৰ সূচনা সেয়াই।

সেই সংগ্ৰাম মানুহৰ জনম অৱধি জীয়াই থকাৰ।

Struggle for existance— শিশুৰ সেই সংগ্ৰাম

মাতৃৰ কোলাত।

অমৃতৰ পুত্ৰ মানুহ হ'ল—সংগ্ৰামী মানুহ

শিশুৰপৰা কৈশোৰ—

কৈশোৰৰপৰা যৌৱন—

আৰু সেই যৌৱনে সকিয়াই দিয়ে—জীৱন ইমান মধুৰ।

জীয়াই থকাৰ প্ৰবল আকুতি এই জীৱনৰ

সেইয়া যৌৱনৰ মাদকতাৰ গভীৰ স্বাদ।

কৰ্মই জীৱন যদি গীতাৰ মহাবাণী হয়

সেই বাণীৰে জীয়াই থকাৰ দাবী "মানুহ"ৰ

সেয়াই জীৱন যদি একমাত্ৰ হয় উপলক্ষ্য

সেই মানস অমিত তেজা মানুহৰ—।

সেই মানুহৰ জয়গান গাবলৈ

সেইজনা স্ৰষ্টাৰ গুণ-গৰিমা সুঁৱৰিবলৈ

মোৰ যদি জীৱনৰ এয়া পবিত্ৰ মানস

তেনেহ'লে হে ভগৱান—দিয় মোক মাথো

এটিবাৰ অভয় দান।

তোমাৰ 'অমিত তেজৰ' জ্যোতিত

নিজকে পোহৰ কৰো। আৰু

বুকুত সেইকুৰা জুইৰ উমান লৈ

মই যাওঁ আগুৱাই তোমাকে সুঁৱৰি;

জীৱন জোৰা কৰ্ত্তব্যৰ

দুৰ্বাৰ গতিপথেদি।



স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ পত্নী শ্ৰীমতী নিৰুপ্ৰভা নেওগ আৰু
পুত্ৰকন্যা - ক্ৰমে শ্ৰীমতী জবা, দীপা আৰু খুকু (সিদ্ধাৰ্থ)

# কৰ্মপ্ৰাণ হৰিপ্ৰসাদ নেওগৰ দিনপঞ্জীৰ এপিঠি

**কলিকতা, ২২ চেপ্তেম্বৰ ১৯৭২**

'কেশৱৰ কৃষ্ণনাম ৰূপৰ কীৰ্ত্তনে
ৰিষ্ট মোৰ সবে নষ্ট হৌক এতিক্ষণে'

এইয়াই'টো শ্ৰীনাৰায়ণ মন্ত্ৰৰ এবাৰ অমোঘ বাণীস্বৰূপ। ১৯৭১ চনৰ ডিচেম্বৰ মাহত মোৰ অসুখৰ বিষয়ে জানিব পাৰি যেতিয়া যোৰহাটৰ পৰা শ্ৰীশশীচন্দ্ৰ বৰবৰুৱাই এখন 'নাৰায়ণ কৱচ' পুথি দি গ'ল, ৰক্ষা-কৱচস্বৰূপে সেইখন মই হৃদয়েৰে আপোন কৰি ল'লো। শ্ৰদ্ধেয় বৰবৰুৱা মোৰ হিতাকাঙ্ক্ষী। ককা নীলমণি ফুকনে দেউতাৰ হাতত দিয়া চিঠি এখনত লিখিছিল, "তোমাক আমি Picture of Health বুলি কৈ গৌৰৱ কৰিছিলো।" আৰু ককাই মোক অভয়-বাণী দি জনালে মনোবলেইহে আচল মন্ত্ৰ। এবাৰ, মোৰ মনোবল, এদিন সঁচাকৈয়ে হেৰাবৰ উপক্ৰম হৈছিল আৰু সঁচাকৈয়ে মই চকুৰ পানীৰে দুগাল উটাই দি কান্দিছিলো-অকলে, নিৰলে। আৰু মুঠেই সহ্য কৰিব নোৱাৰিছিলো—জবা-দীপা-বুবুক সাৱটি লৈ, মৰমৰ নিকক চাই চাই, আপোনজনক, শুভাকাঙ্ক্ষীজনক নীৰৱে লগ পাই। কিন্তু হৈ'ল সেয়া বহুত কথা। এতিয়া বাগৰিছো—ডিব্ৰুগড়, কলিকতা, দিল্লী, বম্বে সকলোতে। আশা-নিৰাশাৰ পাচত দৌৰিছো। দৈহিক বেদনা, মানসিক অৱসাদ, শাৰীৰিক ক্লান্তি এইবা হৈছে মোৰ প্ৰতি মুহূৰ্তৰ লগৰীয়া, কিন্তু উপায় যে নাই। ভগৱানৰ প্ৰতি আকুলভাৱে অন্তৰ সিক্ত হৈ গৈছে। মনোবল ভাগি পৰিবলৈ নিদিওঁ; মোৰ

আত্মবিশ্বাস আছে। ভগবান জানো সদয় নহব? এইবোৰ দুখ-বেদনাবিপৰা জানো নিষ্কৃতি নাই? তেওঁতেই আত্মনিয়োগ কৰিবলৈ তেওঁৰ ইচ্ছাতেই কৰ্মব্যস্ত জীৱন প্ৰবাহত নিজকে উটাই দি নৰ নাৰায়ণৰ সেৱা কৰিবলৈ নিজকে নতুনকৈ সাজু কৰিব নোৱাৰিম? সেয়েহে এফালে কৰ্তব্য কামৰ বোজা আনফালে মোৰ স্বাস্থ্যৰ অগ্নি পৰীক্ষা-দুয়াৰ মাজত ভগৱানক সাৰথি কৰি লৈছো। সময়ৰ আহ্বান উপস্থিত কৰ্তব্যৰ সকিয়নি এইবোৰক মই নেওচা দিব নোৱাৰো। ভগৱান সহায় বুলিয়েই মোৰ দায়িত্বৰ আজি প্ৰায় প্ৰয়োজনীয় কিতাপ-পত্ৰ যোগান দিয়াটো সম্ভৱ হৈছে। কামক নেওচি মই নিজৰ কথা বাৰু কিয় ভাবিব নোৱাৰো? আচলতে কামত আত্মনিয়োগ কৰিব নোৱাৰিলেহে মোৰ মানসিক মৃত্যুৱে হ'ব। সেইবাবে মই কৃতজ্ঞ মোৰ অনুজ গৃহকৰ্মীসকলৰ প্ৰতি। নতুন বিপদৰ আশংকাত আটাইবোৰ সহকাৰী ডেকা কৰ্মীৰ প্ৰচেষ্টাক মই আজি সুঁৱৰিছোঁ। 'এইয়া দেশৰ আৰু জাতিৰ সেৱা'—এই মানসেৰে যদি আমাৰ এচাম কৰ্মীয়ে যি দিশৰপৰাই নহওক কাম কৰে তেনেহলে আমাৰ পৰাজয় ক'তো হ'ব নোৱাৰে।

মোৰ অসুখৰ এই সময়ছোৱাৰ এটা মধুৰ অভিজ্ঞতা মনপুতি গীতা পঢ়িবৰ কাৰণে চেষ্টা কৰো। আগেয়েও পঢ়ো একমাত্ৰ কৰ্মযোগৰ গান্ধী প্ৰাৰ্থনাৰ স্থিতপ্ৰজ্ঞ খণ্ডটো। এই কেইটা শ্লোক সৰুৰেপৰা মুখস্থ কৰিছিলো। এতিয়া কেবাবাৰো শেষ কৰি গীতা পঢ়িছো। নিষ্কাম স্থিতপ্ৰজ্ঞ হ'ব জানো পাৰিছো।

আমি মায়াবদ্ধ। সাংসাৰিক মায়াৰপৰা বিচ্ছিন্ন হ'ব পৰাটো দুৰূহ। তাৰ মাজত থাকি আমি গীতাৰ দ্বাদশ অধ্যায়ৰ মাহাত্ম্য সুঁৱৰি ভগৱত চিন্তা কৰিব লাগিব।

ঘৰৰপৰা আঁতৰি দূৰণিত থাকিলেই ল'ৰা-ছোৱালীকেইটাৰে নিজৰ কথাই মন পীড়া দিয়ে। সংসাৰত ঘাট-প্ৰতিঘাট কি নিজৰ বোধগম্য

নহয়। এনে অৱস্থাৰ উদ্ধত থাকি তেওঁ বাল্য জীৱন শেষ কৰিছিল। এতিয়া তেওঁ চিন্তাযুক্তা গৃহিণী। মোৰ অসুখে তেওঁক ব্যতিব্যস্ত কৰি তুলিছে। তেওঁৰ চিঠি মই পঢ়িব নোৱাৰো, চকুৰ পানীৰে দুগাল উপচি পৰে। জগাইতে চিঠি দিয়ে সিহঁতেও মোৰ কাৰণে ভগবানক পুৱা-গধূলি প্ৰাৰ্থনা কৰে। সিহঁতে বিচাৰে মই সিহঁতৰ মাজত থাকিব লাগে; নিজৰে বিচাৰে মই তেওঁক চিন্তামুক্তা কৰিব লাগে যাতে তেওঁৰ অৱলম্বনৰূপে মই তেওঁৰ আগত চিৰ বৰ্তমান হৈ ৰওঁতে নিষ্পাপ, নিষ্কলুষ, নীৰৱ এই প্ৰাৰ্থনা মোৰ এই পৰিয়ালটোৰ ঈশ্বৰ জানো সদয় নহব? শিশুৰ কাতৰ কাকুতি, কাৰুৰা নাৰীৰ অকপটে জনোৱা কাতৰোক্তিত ভগৱানৰ অন্তৰ কুমলিবনে? তেওঁ প্ৰতিখন চিঠিতে লিখে, "ঈশ্বৰে আমাক এই বিপদত সহায় কৰিব।" এবা ময়ো ভাবো তেওঁ বিপদ নিবাৰক, তেওঁ আমাক অভয় দান দি বিপদ বিঘিনীৰপৰা ৰক্ষা কৰিব।

# মৃত্যুৱে যাক অমৰ কৰিলে

১৯১২ চনৰ কোনো এটি দিন। এই লেখক তেতিয়া অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক। অসম সাহিত্য সভাৰ কাৰ্যালয়ত কাৰ্যালয় সচিব শ্ৰীনন্দ বৰদলৈ আৰু সহকাৰী শ্ৰীহেম শইকীয়াৰ সংগত কৰ্মব্যস্ত হৈ থকা অৱস্থাত প্ৰাক্তন প্ৰবীণ সম্পাদক হৰিপ্ৰসাদ নেওগ ওলালহি। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰকাশৰ কামত তেওঁ তেতিয়া অতিশয় ব্যস্ত। নেওগে বহিয়েই উক্ত পাঠ্য-পুথি সম্পৰ্কত কেইবাজনলৈকো টেলিফোন কৰিলে। তাৰ পাছতে নেওগৰ পুত্ৰ জন্মৰ কথা ওলালত নেওগে মোক ল'ৰাটিৰ জন্মৰ সময়টো দি "ৰাশিচক্ৰ" এটি উলিয়াই দিবলৈ ক'লে। সভাৰ কাৰ্যালয়তে থকা পঞ্জিকাৰ সহায়ত এটি জন্ম পত্ৰিকাৰ "ৰাশিচক্ৰ" নিৰ্ণয় কৰি দিলো। ল'ৰাটিৰ প্ৰখ্যাত নাম কি হ'ব— এই বিষয়ে কিছু চিন্তা কৰাৰ পাছত 'সিদ্ধাৰ্থ' নাম ৰখা হয়। ৰাশিচক্ৰ আৰু নাম নিৰ্ণয় কৰা মাননীস্বৰূপে নেওগে এই লেখকক কিবা এটি দিবলৈ জেপত হাত সুমুৱাৰ ইঙ্গিত পাই ক'লো যে 'ৰাখক দিব নালাগে; কিন্তু পুত্ৰ জন্মৰ বাবে চাহ—মিঠাই খুৱালে টকালৈ পাৰি খোৱা হ'ব। নেওগেও আনন্দমনেৰে টকা কেইটামান উলিয়াই দিয়াত কাৰ্যালয়ৰ সকলোৱে চাহ-মিঠাই খোৱা হ'ল। তাতে উপস্থিত আছিল খোলা কথা কৈ ভাল পোৱা নেওগৰ বন্ধু শ্ৰীলোহিত চন্দ্ৰ গগৈ। গগৈয়ে ক'লে— 'নেওগ! আপোনাৰ চেহেৰাটো কিছু ম্লান দেখিছো— বয়সো ৪২ মানহে হ'ব হবলা, কিন্তু মুখত যেন বয়সৰ ছাব পাৰিছে।' নেওগেও ম্লান হাঁহি এটি

মাৰ কʼলে যে তেওঁৰ কিছুদিনৰ আগৰপৰাই অসুখ এটি চলি আছে বাবে মনৰ বলতহে বুৰি ফুৰিছে। নেওগে এইদৰে কোৱাৰ লগে লগে সকলোৰে মিঠাই খোৱাৰ আনন্দ ভংগ পৰিল। উপস্থিত কেউজনকে অলপ চিন্তিত দেখা গʼল। ইয়াৰ কিছুদিনৰ পিছতে উক্ত কাৰ্যালয়তে শ্ৰীলোহিত চন্দ্ৰ গগৈৰপৰাই জানিবপৰা গʼল যে নেওগৰ অসুখ বেছি হৈছে।

নেওগৰ ৰোগ আৰু অন্তিম দিনকেইটাৰ বিষয়ে তেওঁৰ বিদুষী পত্নী শ্ৰীমতী নিৰুপমা নেওগে লিখা (অপ্ৰকাশিত) প্ৰবন্ধ এটিৰপৰা তলৰ কথাখিনি তুলি দিলো:

"উচ্চ শিক্ষাৰ মাধ্যম আন্দোলনৰ সময়ত সাংসাৰিক লেঠা-পিঠা নেওচা দি মই তেখেতৰ উৎসাহ উদ্দীপনাৰ বাবেই এদিন সত্যাগ্ৰহ কৰিবলৈ ওলালোঁ; সত্যাগ্ৰহৰপৰা আহি দেখিলোঁ তেখেত পেটৰ বিষত বিছনাত পৰি আছে আৰু মোক এটি তৃপ্তিৰ হাঁহি মাৰি অভিনন্দন জনাইছে। ভাষা আন্দোলনৰ শ্বহীদ হোৱা লোকসকলক লৈ এফালে দুখ-বেজাৰ আৰ্তনাদ আৰু আনফালে গৌৰৱৰ উল্লাস। সেই দিনবিলাকতে তেখেতে আমাৰ একছৰীয়া পুত্ৰ সন্তান সিদ্ধাৰ্থ (বুবু) ক লৈ কিমানযে জল্পনা-কল্পনা নকৰিলে। "মোৰ অপূৰণীয় খিনি মই ইয়াৰদ্বাৰাই পূৰণ কৰিম। ইয়াক মই 'Leader' কৰিহে এৰিম। ই অসমীয়া জাতিৰ কাৰণে যুঁজিব লাগিব।" তেখেতৰ এই দূৰভৱিষ্যতৰ ৰঙীন কল্পনাবোৰ শুনি শুনি মোৰ বুকুখন খুউব কিবা লাগি যায়। কাৰণ, আজি একছৰৰ আগতে চিকিৎসকে তেখেতৰ শৰীৰত যিটো ৰোগৰ সামান্য বীজাণু থাকিব পাৰে বুলি সন্দেহ কৰিলে সেই চিন্তা মোৰ চিৰদিনৰ বাবে অন্তৰত সোমাই গʼল। ইমান হাঁহি স্ফূৰ্তিৰে দিনবিলাক অতিবাহিত কৰিছিলো যদিও মোৰ অন্তৰৰপৰা সেই দুশ্চিন্তা কোনো দিনে

দূৰ নহ'ল। কিন্তু সেই দুখচিন্তা মই তেখেতৰপৰা লুকাই ৰাখিছিলো। তেখেতেও মোক এইবিলাক চিন্তা কৰিবলৈ সুচই নিদিছিল। ইয়াৰ পৰাই যে তেখেতৰ মনোবল যথেষ্ট আছিল বুজিব পৰা যায়। ভগৱানৰ ওপৰত আছিল অগাধ বিশ্বাস। দুখ-কষ্ট পালেও ভগবানে এই সকলোবোৰ ভালৰ কাৰণে কৰিছে বুলি ভাবে আৰু মোকো ভাবিবলৈ কয়। জ্যোতিষ শাস্ত্ৰৰ ওপৰতো খুউব বিশ্বাস ...... ।"

"অসুখৰ খবৰ বিয়পি পৰাৰ লগে লগেই তেখেতৰ শ্ৰদ্ধাভাজন আত্মীয়স্বজন আৰু [illegible] বহুত বন্ধু-বান্ধৱৰ পৰা আশীৰ্বাদ আৰু শুভেচ্ছা কঢ়িয়াই অনা চিঠিপত্ৰ আহিল। সেইবিলাক পঢ়ি তেখেতৰ খুউব বিশ্বাস হৈছিল ইমানবোৰ আশীৰ্বাদ আৰু শুভেচ্ছা [illegible] অথলে নাযায়। যোৰহাটৰপৰা ককা নীলমণি ফুকনদেৱে শ্ৰীশশীচন্দ্ৰ বৰবৰুৱাৰ হাতত জৰুৰীভাৱে এখন চিঠি দি খা-খবৰ ল'লে। ককাই চিঠিত লিখিছিল—'তোমাক আমি Picture of health বুলি গৌৰৱ কৰিছিলোঁ...'

"চিকিৎসাৰ বাবে এবাৰ তেখেত বম্বেলৈ গৈছিল। তাতো ৰোগ স্পষ্টকৈ ধৰা পেলাব নোৱাৰিলে; কিন্তু সন্দেহটো দূৰ নহ'ল। যোৱা '৭২ চনৰ ডিচেম্বৰ মাহত যেতিয়া পুনৰ কলিকতাত শৰীৰ পৰীক্ষা কৰালে তাৰ চিকিৎসকে অসুখটো Thyroid অৰ বুলি সন্দেহ কৰিলে আৰু এইটোও ক'লে যে Thyroid Case, এই বেমাৰৰ ভিতৰত অতি Simple Case, চিকিৎসা কৰিলেই সম্পূৰ্ণ ভাল হৈ যাব — এই বিশ্বাস মোৰ আৰু তেখেতৰো হৈছিল। পিচলৈ তেখেত যথেষ্ট ক্ষীণ হৈছিল আৰু খোৱা-বোৱাতো বৰ বেছি ৰুচি নাইকিয়া হৈছিল। কিন্তু মনটো পাৰ যোৱা মই সুচই দেখা নাছিলো আৰু আনেও নেদেখিছিল।"

"সেই সময়ত তেখেতৰ মন ভাঙি পৰিছিল। দ'ৰা ছোৱালী আৰু মোৰ মুখলৈ চাই নোৱাৰা হৈছিল। এইবোৰ ভাবি বহুতদিন নীৰৱে চকুলো টুকিছিল। সেইবোৰ কথা এতিয়া মই তেখেতৰ Diary ত পঢ়িহে বুজিছো। ইমানবোৰ দুঃশ্চিন্তা থকা স্বত্বেও দেখোন আমাৰ আগত ভৱিষ্যতৰ নতুন নতুন কল্পনা কিছুমানহে কৰা দেখিছিলো। কেতিয়াবা জবা-দীপাকো ওচৰত বহুৱাই লৈ আঙুলিৰ মূৰত সিহঁতৰ বয়সবোৰ হিচাপ কৰি পঢ়াই-শুনাই মানুহ কৰি বিয়া-বাক দিয়া পৰ্য্যন্ত ভাবি সিহঁতৰ আগতো প্ৰকাশ কৰি খুউব ফুৰ্তি কৰে। তেনেকৈয়ে থাকিতে হঠাৎ যে আমাক এনেকৈ এৰি থৈ যাব মই ভাবিবলৈকে অৱসৰ নেপালো, কিন্তু এতিয়া মোৰ মনে যে তাক বিশ্বাস নকৰে।"

"শৰীৰটো দিনে দিনে ক্ষীণাই অহাত মই চিন্তিত হৈ যেতিয়া নানান প্ৰশ্ন কৰো তেতিয়া কৈছিল—"ৰবাচোন মই খাবপৰা হ'লেহে আগৰ স্বাস্থ্য তোমাক দেখুৱাই দিম।" স্বাস্থ্যজনিত কাৰণত কিছুদিন সভা-সমিতিত যোগ দিয়াৰপৰা বিৰত আছিল যদিও মোৰ ওচৰত প্ৰায়ে আক্ষেপ কৰিছিল যে সভা-সমিতিবোৰলৈ ওলাই নোযোৱাৰ বাবেইহে কিজানি তেখেতৰ অসুখ হেচিব পাৰিছে। সেয়েহে মৃত্যুৰ দুদিনমানৰ আগতে ডিব্ৰুগড়ৰ আশে-পাশে কেইখনমান ঠাইৰ সভালৈ যাবলৈ থিক কৰি থৈছিল। আনকি ২২/২৩ তাৰিখে (১৯ ফেব্ৰুৱাৰীত নেওগৰ মৃত্যু হয়) চিলঙত বহিৰসমীয়া পাঠ্যপুথি সমন্বয় সমিতিৰ মিটিংলৈ যাবলৈ থিক-থাক কৰিছিল, আৰু যাওঁতে আমাৰ পৰিয়ালক লগত লৈ গোলাঘাটত থৈ তেখেত চিলঙলৈ যোৱাৰ প্ৰস্তুতি চলাইছিল, কিন্তু যোৱা আৰু নহ'ল শেষ নিশ্বাস পেলোৱা সেই কোঠাটোৰ সেই বিচনাখনতে বহি লৈ বন্ধুবৰ্গ আত্মীয় স্বজন আৰু ভাতৃপ্ৰতিম নগেন, অৰুণ, আজিজহঁতৰ লগত কত আবেলি, সন্ধিয়া কিমান যে কিহৰ আলাপ আলোচনা! মৃত্যুৰ আগদিনাও সেই একেই দৃশ্য, আৰু পিচদিনাখনেই যে (১৯৭৩

চনৰ ১৯ ফেব্রুৱাৰীৰ ৰাতি সন্ধিয়া) এনে এটি অভাৱনীয় আৰু অবাঞ্ছনীয় ঘটনা ঘটিব বুলি কোনেনো ভাবিব পাৰিছিল!"

"মোৰ কাণত এতিয়াও তেখেতৰ মাত-কথা হাঁহি সকলোবোৰ বাজি আছে। এতিয়া গোৱাহাটীৰ ঘৰটোৰ আগফালে বৈ থাকিলে ভাব হয়—দূৰৈৰপৰা যেন তেখেতে মুখত এমোকোৰা হাঁহি লৈ আহি ওচৰ পালেই সুধিব,— "কেই, কি কৰিছা নিচ?" কিন্তু সেইষাৰ মৰমৰ মাত আৰু মই শুনিবলৈ নেপাওঁ। এনেকুৱা এজন সহজ সৰল আৰু উদাৰচিতীয়া পুৰুষক স্বামীহিচাবে পাই নিজকে এদিন যেনেকৈ সুখী বুলি ভাবিছিলো এতিয়া তেখেতক চিৰদিনৰ বাবে হেৰুৱাই নিজে মই কি বুলি সান্ত্বনা লভিম। এয়াই হৈছে ভগবানে চাই নোচোৱা আমাৰ আধৰুৱা সংসাৰ। মোৰ কাৰণে, ল'ৰা-ছোৱালী তিনিওটাৰ কাৰণে জীয়াই থাকিব লাগিব বুলি যিজনে মন দৃঢ় আৰু সবল কৰি ৰাখিছি। নিয়তিৰ নিষ্ঠুৰ আহ্বানত সেইদিনা আমাৰ মুখলৈ উভতি চাবলৈ সময় নাপালে। এতিয়া পৃথিবীত জন্ম-জন্মান্তৰৰপৰা চলি অহা তিনটা সত্যৰ এটা— যাৰ ওপৰত আমাৰ কাৰো হাত নাই।

আজি হৰিপ্ৰসাদ নেওগ নাই বুলি সকলোৱেই মানি লৈছে; কিন্তু মোৰ অবুজ মনে কোনোমতে নেমানে। মৃত্যুৰ দিনা গধুলি গোসাঁই ঘৰত জ্বলা-দীপাই বাইদেউ এগৰাকীৰে সৈতে যেতিয়া "ব্ৰহ্মা আদি কৰি ......" এই প্ৰাৰ্থনাটি সুৰ লগাই গাইছিল তেখেতৰ কি ভাব আহিছিল মই বুজিছিলো; কিন্তু চকুদুটি চলচলীয়া হৈ পৰিছিল। তাৰ ঠিক এঘণ্টাৰ পিচতে সকলো শেষ। সেই দৃশ্য বৰ্ণনাতীত। মোক ওচৰলৈ মাতি কেৱল বুকুখনত ধৰি ক'লে " মই কথা ক'ব পৰা নাই " সেই কথাকেইটাৰ মাজত আৰু অসহায় সেই চকুৰ দৃষ্টিত বহুতো প্ৰকাশ কৰিব নোৱাৰা ভাৱ লুকাই থাকিল।"

"আজি তেখেত নাই; কিন্তু তেখেতে দি থৈ যোৱা একমাত্ৰ সম্বল মৰম আৰু আশীৰ্বাদখিনিৰে যাতে মই এই অবুজ ল'ৰা-ছোৱালী তিনিওটাক তেখেতৰ যোগ্য সন্তান কৰি গঢ়ি তুলিব পাৰো তাকেই তেখেতৰ ছবিখনৰ সম্মুখত বৈ ভগবানক প্ৰাৰ্থনা জনাওঁ। তেখেত য'তেই নাথাকক তৰপৰাই যেন মোক আগৰ দৰেই সকলো ক্ষেত্ৰতে সহায় আৰু মৰমৰ হওক। তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক। জবা-দীপা-বুবুকো মই তাকেই ভাবিবলৈ শিকাইছো। মাজে মাজে দুখ-বেজাৰত শিয়ৰি উঠো বুবু বুজন হ'লে মই কেনেকৈ তাক বুজাম যে সি ডেৰ বছৰ বয়সতে পিতৃহীন হ'ল আৰু হয়তো বহুতেই বুজাব লাগিব। সেয়ে কওঁ হৰিপ্ৰসাদ নেওগৰ পত্নী আৰু নাবালক ল'ৰা-ছোৱালী তিনিটা বৰ দুৰ্ভগীয়া। আমাৰ কাৰণে সেয়ে হ'লেও ভগবান আছে বুলিয়েই বিশ্বাস কৰিব লাগিব; নহ'লে যে উপায় নাই। সকলোৱে কৈছে মৃত্যুৱে নেওগক অমৰহে কৰিলে। মোৰ স্বামী নেওগেও কেতিয়াবা কৈছিল 'মৰিলে মানুহ অমৰ হৈ মৰিব লাগে'। ইয়াকে লৈ মইও শান্তনা লাভ কৰিব লাগিব। তেন্তে সেয়ে হওক তেখেত যদি অমৰ হৈ চিৰদিন থাকে মইও শান্তি পাম চিৰদিন"

## নেওগৰ মৃত্যুত অসম জুৰি শোকৰ ছাঁ

অসম সাহিত্য সভা পত্ৰিকা ঃ ত্ৰিংশ বৰ্ষ ২য় সংখ্যা ( ডিম্বেশ্বৰ নেওগ সোঁৱৰণী সংখ্যা )—সম্পাদক ড° হেমন্তকুমাৰ শৰ্মা।

### নেওগৰ বিয়োগ-সোঁৱৰণ

নলিনীবালা দেৱী

হাহোঁ হাহোঁ কৰি থকা
এখনি কোমল মুখ
সুন্দৰ জীৱন ব্ৰতী সুকোমল প্ৰাণ,
যদিও দুদিন মাথো
সেৱাৰে শুৱনী কৰি
থৈ গ'লা জীৱনৰ যুগমীয়া দান।

জীৱনৰ ফুলপাহি
মাথো পাহি মেলিছিল
মনে পতা বহু আশা সোণ-সপোনৰ,
কাল পছোৱাৰ বা-ত
সৰি প'ল ফুলপাহি
নহ'ল সময় হায় সুৰভি দানৰ।

সেই দিনা সোমাবৰ
সাহিত্য সভাৰ বভাতলি
লুইত পাৰত জ্বলিছিল জোৰ দীপালী।
সভাৰ পাচনি হৈ তুমি আহিছিলা—
অতিকে আপোন হৈ
মৰমী মাতেৰে আহি
'আইতা আইতা' বুলি কাষ চাপিছিলা।

সুন্দৰ পৱিত্ৰ কান্তি সৰল দৃষ্টিয়ে
নোকোৱা কথাৰে যেন বহু কথা ক'লে,
কল্পনাৰে মনোহৰ সঙ্কল্পিত জীৱনৰ
দেশ-প্ৰীতি ৰূপ আঁকি দেখুৱালে।

হেজাৰ সপোন ভৰা সোণৰ সংসাৰ
পাহৰি সামৰিছিলা,
মাতৃৰ কল্যাণ হকে
পাতিলা শৰাইথনি,
সজাবলৈ সময় ন'হল
মহাকালে বিভিয়ালে
প্ৰাণ-পখী উৰি গুচি গ'ল।

সপ্নতো নাছিলো ভৰা
অকালতে তুমি যাবা বুলি,
কিন্তু দুৰ্ভাগ্যত সেয়ে হ'ল।
স্বৰ্গগামী হ'ল-দেৱদূত মাতৃভূমি এৰি
দেশে কান্দিছে আজি তোমাক সুঁৱৰি।

মৃত্যু নাই শুভ সঙ্কল্পৰ—
মৃত্যু নাই সত্য-সাধকৰ—
গুজিব লাগিব ধাৰ এই পৃথিৱীৰ
জনমে জনমে আহি নৱ জন্ম ধৰি।
সকৰুণ বিদায় ক্ষণত—
অতীত সোঁৱৰণি সুঁৱৰি মমত
ছটুপি চকুলো থলো স্মৃতিত তোমাৰ।



# হৰিৰ প্ৰসাদ

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

(১)

আছিল নামি হৰিৰ প্ৰসাদ
সাহিত্য প্ৰসাদ হৈ
অলপ পোহৰ অলপ অন্ধাৰ
সকল জগত লৈ।

(২)

ভাষা জননীৰ পূজাৰ বেদীত
ভক্তিৰে দোৱালে মাথ,
সজালে পৰালে আপোনাৰ দেশ
পূজিলে 'লখিমী নাথ'।

(৩)

এটি ছুট কবি সাহিত্য পূজাৰী
যি সব আগতে গ'ল,
দিছিল সজাই মানসী শৰাই
একোপাহ শতদল।

(৪)

অশৰীৰী বেশে আহি ৰসৰাজে
আশীষ নিৰ্মালি দিলে,
হৰিৰ প্ৰসাদে বাণীৰো প্ৰসাদ
ডিবুকত থিতাপি ল'লে।

(৫)

বিদ্যাভৱনতো জগালে এখন
ডমকা ফুলীয়া ভঁৰত,
হাঁহিলে নিয়তি হানিলে ভ্ৰূকুটি
সংক্ষিপ্ত জীৱন বাট।

(৬)

দুদিনীয়া দেহা দুদিনীয়া বেহা
মায়াৰ পুতলী জীৱ,
ভব দুপৰতে বেলি মাৰ গ'ল
তক্ষক দিলেহি থিয়।

(৭)

মনুষ্য জীৱন কচুপাতৰ পানী
বতাহত টলবল,
অসমাপ্ত খেল, আধা বেহী ভেল
শলিতা নজ্বলা হ'ল।

(৮)

দুদিনলে আহি দুদিনলে হাঁহি
আচম্বিতে গ'ল গুচি,
সাহিত্য-বনত ব'ল এটি খোজ
নোৱাৰো পেলাব মচি।

(৯)

যোৱা জন আৰু ঘূৰি নাহে বুলি
যদিও সবেও জানে,
প্ৰিয়-বিৰহত তথাপি এবেলি
নেকান্দি পাৰিব কোনে?

(১০)

সহস্ৰজনৰ চকুপানীবোৰ
পূত গঙ্গাজল হ'ক,
চেনেহী জননী আৰু এটি মণি
বুকুত সাৱটি লক।



# এটুপি চকুলো

শ্ৰীলক্ষ্মীচন্দ্ৰ গোস্বামী

এটি মধুৰ লগ্নত এক সুদীৰ্ঘ আৰু মহান ভৱিষ্যতৰ
প্ৰতিশ্ৰুতিৰে এটা উজ্জ্বল নক্ষত্ৰৰ উদয় হৈছিল এখন
আকাশত আৰু আশাপ্ৰদ এই নক্ষত্ৰটি খহি পৰিল—
অকালতে, জীৱনৰ ভৰ দুপৰত, নিঠুৰ এক অবোধ্য ক্ষণত।

টুটিল দেহৰ কান্তি, আশাৰ জ্যোতি, সঞ্চিত প্ৰতিভা।
সৰস, নিটোল, শোভিত এপাহি পদুম ছিগি মৰহিল,
লগতে হেৰাল ভাষাৰ শলিতা জ্বলোৱা, সাহিত্যৰ ফুলনি সজোৱা,
ত্যাগ, প্ৰেম আৰু হৃদয়েৰে, জননীৰ জন্ম মৃত্যুৰ অন্ত লগনত
সংগ্ৰামেৰে, বাস্তৱেৰে মুখা-মুখি হোৱাৰ বাসনা।

চমকিল লুইত। গতিত পৰিল যতি। সুৰত সংঘাত,
ধমনিৰ আগ্নেয় কঁপনিত আশাবাদী কণ্ঠ নিৰোধ হ'ল।
অসহায়, প্ৰতাড়িত অলেখ আত্মাই মহা দিগন্তৰ
অনিশ্চিত, ভয়াবহ স্খলন সুঁৱৰি অবিৰাম উচুপি থাকিল।

লোকান্তৰৰ মৰ্মভেদা বিষম বাৰ্তাত আমি বিষ-জৰ্জৰ,
তোমাক ভাবিলোঁ, অসমাপ্ত প্ৰতিভাক স্মৰিলোঁ, বহু সুঁৱৰিলোঁ
আসমুদ্ৰ প্ৰশ্ন লৈ আকাশলৈ চালোঁ,-শূন্যত উটিলোঁ, ভাহিলোঁ
আৰু স্ৰষ্ঠোঁতা-পালোঁতাজনক অবিৰাম কথাকে সুধিলোঁ,
অৱশেষত অসহায় আমি, বেদনাত ধাৰাসাৰে চকুলো টুকিলোঁ।

নেওগক জনা আৰু অসম সাহিত্য সভাক ভাল পোৱা লোক মাত্ৰেই বেজাৰত খ্ৰিয়মান হৈ পৰিল। অসমৰ বাহিৰৰ অসংখ্য অনুষ্ঠান আৰু গুণগ্ৰাহী ব্যক্তিয়ে শোকবাণী প্ৰেৰণ কৰে আৰু অসমৰ চুকে-কোণে সভা-সমিতি পাতি নেওগৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনায়। তলত কেইখনমান সভাত গৃহীত প্ৰস্তাৱ আৰু জনচেবেক ব্যক্তিৰ চিঠি তুলি দিয়া হল :

অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা।

তপোবন,
উজানবজাৰ, গুৱাহাটী-১
২০-২-৭৩
কল্যাণীয়া,

মোৰ ভাতৃপ্ৰতিম স্নেহাস্পদ হৰিপ্ৰসাদ নেওগৰ বিয়োগ বাতৰি আজি পুৱাৰ কাকতৰ যোগেদি জানিব পাৰি মৰ্মাহত হ'লো। বহুদিন আগৰপৰা মোৰ গা চেৰাই আছিল যদিও এনে এটা নিৰ্মম পৰিণতি হ'ব বুলি আশা কৰা নাছিলো। পৰিয়ালৰ উপৰিও অসমীয়া শিক্ষা-সংস্কৃতিৰ অপূৰণীয় ক্ষতি হল। সন্তপ্ত পৰিয়ালৰ সকলোটিকে এটুপি চকুলোৰে মোৰ গভীৰ সমবেদনা জনালো

ইতি—
শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা।

বান্ধৱৰ নীলমণি ফুকনে ২।২।৭৩ তাৰিখে শ্ৰীনগেন শইকীয়ালৈ লিখিছিল :

শ্ৰীমান নগেন,

কালি জনমভূমিত মোৰ প্ৰাণাধিক হৰিপ্ৰসাদৰ মৃত্যুৰ বাতৰিটো চকুত পৰাত থৰ লাগিলো ; শোকে খুন্দামাৰি ধৰিলে। এনেকুৱা সৰলবৰ্তী, অক্লান্ত, একনিষ্ঠ, আকাশমুখী ভাষা জননীৰ সেৱক অসম সাহিত্য

সভাৰ সঞ্জীবিত কৰি তোলা, প্ৰেৰণাৰ উৎস, আশাবাদী ডেকাৰ অকাল মৃত্যুত সন্তপ্ত দেশবাসীয়ে যে কি শোক পাইছে আজিৰ 'জনমভূমি'ত তেওঁৰ অন্ত্যেষ্টিক্ৰিয়া ডিব্ৰুগড়বাসীয়ে কিদৰে শ্ৰদ্ধাঞ্জলি দি চকুলোৰ তৰ্পণ যাছিলে, খবৰ পোৱা মাত্ৰেই সকলো ঠাইতে কিদৰে শোক সভাত শ্ৰদ্ধাঞ্জলি যাচিলে এয়ে তাৰ প্ৰমাণ। তেওঁৰ স্মৃতি ৰক্ষাৰ এতিয়া অসম সাহিত্য সভাই নিশ্চয় হাতত ল'বাইক সেইকথা নক'লেও হ'ব। সেয়ে তেওঁৰ আকাশমুখী স্মৃতিচিহ্ন যাতে হয় তাৰ বাবেহে যেন ভালদৰে চিন্তা কৰি চাবাইক ইয়াকেই ক'ব খুজিছোঁ। কালি শ্ৰীলীলা গগৈলেও এটা খবৰ দি পৰিয়াললৈ সমবেদনা জনালোঁ। আজি জনমভূমিত তেওঁৰ পত্নীৰ নাম পাই চিঠি দিছো। তুমি নিজেও মোৰ হৈ সমবেদনা জনাবাগৈ বুলি অনুৰোধ কৰিলো।

ককা

শ্ৰীনীলমণি ফুকন।

শ্ৰীদেবেশ্বৰ শৰ্মাৰ শোক: মৃত্যুৰ দুদিনৰ পিচতে যোৰহাটৰপৰা শ্ৰীদেবেশ্বৰ শৰ্মাই আমাক সমবেদনা জনাবলৈ আহি কৈছিল "নেওগতকৈ গুণী মানুহ বহুত আছে; কিন্তু ইমান আন্তৰিকতাৰে কাম কৰা মানুহ খুউব কম।" (শ্ৰীমতী নিৰুপমা নেওগৰ "হৰিপ্ৰসাদ নেওগ মানুহজন" প্ৰবন্ধৰপৰা উদ্ধৃত)।

ৰঙাপেটাৰ সুন্দৰীদিয়াৰ প্ৰধান সাহিত্যিক শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসৰ চিঠি:

কল্যাণীয়া নেওগ,

তোমাৰ চিঠিখন আজি মোৰ হাতত পৰিছে। এই চিঠিখন পঢ়ি খবৰ আটাই কেইজনেই হুমুনিয়াহ কাঢ়িছো। কাৰণ তুমি আৰু হৰিপ্ৰসাদ নেওগ মোৰ আপোন মানুহ। নেওগৰ অকাল বিয়োগে অকল তোমাৰেই নহয় অসমীয়া জাতিটোৰেই এটা ডাঙৰ ক্ষতি কৰিলে। স্বামীবন্ধুৰ বিয়োগ ব্যথাৰ বিষয়ে তোমাক বুজাব পৰা শক্তি মোৰ

নাই। তুমি এতিয়া শিশু কেইটিক বুকুত সাৱটি লৈ ঈশ্বৰক চিন্তি ধৈৰ্য ধৰি চলিব লাগিব। ভগৱন্তৰ কৃপাত সময়ত তোমাৰ ঘৰত পদুম ফুল ফুলিব। বৰপেটা সাহিত্য সভাৰ সম্পাদক শ্ৰীযুত সঞ্জয় কুমাৰ মিশ্ৰৰ উদ্যোগত পৰহি পুৱা নেওগৰ শ্ৰাদ্ধ উপলক্ষে নাম-কীৰ্ত্তন সমাৰোহেৰে হৈ গৈছে।

তুমি এটি পেঞ্চনৰ কাৰণে চৰকাৰলৈ লিখা লিখি কৰা ভাল। আমিও যথা সাধ্য চেষ্টা কৰিম। শ্ৰীমান নবীন বোপাইলৈকো এই বিষয়ে লিখিছো। নেওগৰ জীৱনী এখনো লিখা উচিত। তোমাৰ লৰাটিৰ বয়স কিমান আৰু নাম কি জনাবা। ভগৱন্তই শিশুটিক দীৰ্ঘজীৱি কৰক! এয়ে মোৰ প্ৰাৰ্থনা। ইতি—

শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস
৩।৩।৭৩

অধ্যক্ষ শ্ৰীমহেশ চন্দ্ৰ দেৱগোস্বামীৰ চিঠি:

বিহুৰুগুৰি,
নগাওঁ
১-৩-৭৩

শ্ৰীযুতা নেওগ,

মৰ্মাহত দুখৰ বাতৰি পিছদিনা গুৱাহাটীৰ কাগজত পাই সঁচাকৈয়ে মৰ্মাহত হলো। নেওগ আছিল আমাৰ আচল বন্ধু যাক আমাৰ ঘৰৰ কোনেও পাহৰিব নোৱাৰে। জৰা-দীপাইতৰ অৱস্থা দেখি দুখ লাগে। নেওগৰ অসমীয়া সাহিত্যলৈ অৱদান—বিশেষকৈ বেজবৰুৱা উৎসৱক কোনেও দুই কৰিব নোৱাৰে। ইয়ালৈ আহিলেই সদায় লগ ধৰি বা ফোন কৰি যায়। তেনে এজন নেওগক আমি সপৰিয়ালে কেতিয়াও পাহৰিব নোৱাৰো।

বিধাতাৰ লিখন বুলিয়েই মানিব লাগিব। ময়ো নিজে অসুস্থ। ২½ বছৰ সেই অসুখ লৈ চলি আছো। গুৱাহাটীত এমাহ থাকিলো—পৰিবাৰৰ

অস্ত্ৰোপচাৰৰ কাৰণে। কোনোমতে বাচিছো, পৰহি লৈ আহিছোঁ। এতিয়া সম্পূৰ্ণ বিচনাত, তথাপি আপোনাৰ দুখৰ ভাগ লবলৈ আমিও আছো। ভগৱানেই একমাত্ৰ আমাৰ সাহস। ভগৱানক চিন্তা কৰিব। জন্মাদীপাহঁতলৈ মৰম থাকিল। ইতি

আপোনাৰ

মহেশ গোস্বামী

গুৱাহাটীৰ ভোলানাথ বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ ড° প্ৰমোদ ভট্টাচাৰ্যই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামীলৈ লিখিছিল:

কল্যাণীয় ড° গোস্বামী,

অসম সাহিত্য সভাৰ পূৰ্ববৰ্তী প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ দেৱৰ বিয়োগৰ বাতৰিয়ে আমাক অতিশয় আঘাত দিছে। তেওঁৰ লগত মোৰ অতিশয় সৌহাৰ্দ্য আছিল তেওঁৰ পৰিবাৰৰ নাম ঠিকনা নাজানো বাবে তোমাৰ জৰিয়তে মোৰ আন্তৰিক সমবেদনা জনালো। মূল সভাপতি শৰ্মাৰ সভাপতিত্বত গুৱাহাটীৰ ৰাজহুৱা সভাৰ প্ৰস্তাৱ অনুকূলে তোমালোকেও ডিব্ৰুগড় সাহিত্য সভাৰ জৰিয়তে ৺নেওগৰ পৰিয়ালৰ সাহায্য আৰু স্মৃতিৰক্ষাৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়, অসম চৰকাৰ আৰু অসম সাহিত্য সভালৈ নিৰ্দ্ধাৰিত প্ৰস্তাৱ আঁচনি দিবা। তুমিও শাখা সভাৰ সভাপতিৰূপে এই কৰ্ম কৰিবা বুলি অনুৰোধ জনালো। মূল সভাপতি অধ্যক্ষ গিৰিধৰ শৰ্মাদেৱক মই কৈছো। ২৭।২৮ ফেব্ৰুৱাৰীত তেখেত ডিব্ৰুগড়লৈ যাব। শুভেচ্ছাৰে।

শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

নলবাৰী সাহিত্য সমাজৰ শোক

শ্ৰদ্ধেয়া শ্ৰীমতী নেওগ,

অসমৰ বিশিষ্ট পুৰুষ নেওগদেৱৰ আকস্মিক বিয়োগ বাতৰিত আমি মৰ্মাহত হৈছো। শ্ৰীনেওগৰ বিয়োগত আমি এগৰাকী বিশিষ্ট শিক্ষা-

ব্ৰতী, নিৰ্মাত আৰু প্ৰধান সংগঠক হেৰুৱালো। ই অসমৰ কাৰণে দুৰ্ভাগ্যৰ কথা। ইয়াৰ লগতে নলবাৰী সাহিত্য সমাজত গৃহীত শোক প্ৰস্তাব আপোনালৈ পঠালো ৺নেওগৰ আত্মালৈ শ্ৰদ্ধা নিবেদন কৰাৰ লগতে আপোনালোকলৈ আমাৰ সমবেদনা নিবেদন কৰিলো। পোনাকণহঁতৰ কল্যাণ হওক—এয়ে আমাৰ কামনা ইতি

শ্ৰীশশী শৰ্মা

সম্পাদক,

নলবাৰী সাহিত্য সমাজ

২১-২-৭৩

১ম প্ৰস্তাব: অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক, মৰিয়ানি কলেজৰ ভূতপূৰ্ব অধ্যক্ষ আজীৱন শিক্ষাব্ৰতী, সাহিত্যসেৱী, সাংবাদিক আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন সমিতিৰ সচিব শ্ৰীহৰিপ্ৰসাদ নেওগৰ যোৱা ১৯ ফেব্ৰুৱাৰীৰ দিনা অকালতে আৰু আকস্মিক বিয়োগ ঘটাত নলবাৰী সাহিত্য সমাজৰ সভাই গভীৰ শোক প্ৰকাশ কৰে, বিদেহ আত্মাৰ পৰম শান্তি কামনা কৰি শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰে।

২য় প্ৰস্তাব: নেওগৰ মৃত্যুত অসমবাসী শোকাভিভূত হৈছে। ৺নেওগৰ জীৱন আছিল ত্যাগৰ জীৱন। তেওঁ এৰি গ'ল বৃদ্ধ পিতৃ, বিধবা-পত্নী আৰু তিনিটি পানাকেচুৱা সন্তান। নেওগৰ বিয়োগৰ লগে লগে এইসকল তেনেই নিঃসহায় হৈ পৰিল। কল্যাণকামী ৰাষ্ট্ৰ হিচাবে তেওঁলোকৰ ভৰণ-পোষণ আৰু সন্তান তিনিটিৰ শিক্ষাৰ দায়িত্ব অসম চৰকাৰে বহন কৰা উচিত।

সেয়ে অধ্যক্ষ শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত বহা নলবাৰী সাহিত্য সমাজৰ ২১২-৭৩ তাৰিখৰ সভাই প্ৰস্তাব যোগে অসম চৰকাৰৰ ওচৰত অনুৰোধ জনায় যাতে চৰকাৰে হৰিপ্ৰসাদ নেওগৰ

পৰিয়ালৰ ভৰণ-পোষণ আৰু সন্তান তিনিটিৰ শিক্ষাৰ এটি মাহিলি পেন্সনৰ আগবঢ়া'য় ।

গৃহীত

স্বাঃ শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী
সভাপতি

**অধ্যাপক যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ চিঠি :**

নগাঁও
২১-২-৭৩

শ্ৰদ্ধেয়া শ্ৰীমতী নেওগ

আপোনাক শান্তনা দিবৰ কাৰণে মই চিঠি লিখা নাই, আপোনাক শান্তনা দিবৰ কথা মই ভবাও নাই, ভাবি একো লাভ নাই । মই নিজে কেনেকৈ শান্তনা লাভ কৰিম সেই কথাহে মই ভাবিছো । শ্ৰীনেওগ ডাঙৰীয়াৰ অসুখৰ কথা শুনিছিলো, কিন্তু সেই অসুখ যে ইমান সোনকালে এনেকৈ কাল হ'ব সেই কথা ভাবিব পৰা নাছিলো । নেওগ ডাঙৰীয়া ঢুকুৱাৰ বাবে আজি যিমান দুখ লাগিছে তাতকৈ বেছি দুখ লাগিছে তেখেতৰ অসুখত এবাৰ মাত দিবলৈ মই যাব নোৱাৰাৰ বাবেহে । মোৰ নিজৰ অসুস্থতাই এই ক্ষেত্ৰত বাধা হ'ল । এতিয়াও আপোনাক এবাৰ মাত দি আহিবলৈ পৰা হলে মই নিজে শান্তনা লাভ কৰিব পাৰিলোহেঁতেন ; কিন্তু সিও সম্ভৱ নহ'ল ।

নেওগ ডাঙৰীয়াৰ বিয়োগত অসম আৰু অসমীয়া জাতিৰ যি ক্ষতি হ'ল তাক সহজে পূৰণ কৰিব পৰা নহব । প্ৰধান সম্পাদকৰূপে অসম সাহিত্য সভাক যি এটা নতুন ৰূপ দিছিল, অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে তেখেতে যি অক্লান্ত পৰিশ্ৰম কৰিছিল অদূৰ ভৱিষ্যতৰ জাতিটো বেজবৰুৱা জন্ম শতবাৰ্ষিকীয়ে সেই কথা

শুঁৱৰিব লাগিব। অসম সাহিত্য সভা থাকে মানে সেই কথা সুঁৱৰিব লাগিব। ডিব্ৰুগড় বিশ্ববিদ্যালয়েও এনে এজন সুদক্ষ বিষয়াৰ কথা কেতিয়াও পাহৰিব নোৱাৰিব। আৰু মই? মোৰ মন আজীৱন তেখেতৰ স্মৃতিৰ ভাববাদী হৈ থাকিব লাগিব। ভগবানৰ কাৰ্যত হাত দিয়াৰ অধিকাৰেই বা আছে কাৰ? আপোনাৰ পোনা কেইটাক তেখেতে ভগবানৰ হাতত এৰি গৈছে। আপোনাৰ প্ৰতি মোৰ অনুৰোধ মোক মোৰ পৰিয়ালটিক আপোনাৰ আৰু আপোনাৰ শোকসন্তপ্ত পৰিয়ালটিৰ শাৰীত ৰাখে যেন।

ইতি

আপোনাৰ

যোগেন্দ্ৰনাৰায়ণ ভূঞা

ডিব্ৰুগড় সাহিত্য সভাৰ সম্পাদক শ্ৰীহেৰম্ব বৰদলৈৰ "অশ্ৰু অঞ্জলী" ১৯৬২-৬৩ চনত ডিব্ৰুগড় সাহিত্য সভাৰ সহকাৰী সম্পাদক থাকোতেই নেওগ ছাৰক মই অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক হিচাবে আৰু ১৯৬৪ চনত ৰজনীকান্ত বৰদলৈ শতবাৰ্ষিকী সমিতিৰ সহকাৰী সম্পাদক থাকোতে, ১৯৬৭-৬৮ চনত অসম সাহিত্য সভাৰ বাৰ্ষিক কাৰ্য-নিৰ্বাহকৰ সদস্য আৰু বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰ সদস্য থাকোতে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰূপে আৰু ডিব্ৰুগড়লৈ অহা দিন ধৰি ১৬ ফেব্ৰুৱাৰীৰ দিনা ৰাতি প্ৰায় ৮ বজালৈকে অসমীয়া ভাষা-সাহিত্যৰ একবাকী পৰম হিতাকাঙ্ক্ষীৰূপে লগ পাওঁ। ২০ ফেব্ৰুৱাৰীৰ দিনা দিনৰ ১0 বজাত ৰজনীকান্ত বৰদলৈ পথৰ বগা বাবাৰ মাঝাৰৰ ওচৰত এজন ছাত্ৰ বন্ধুৰ মুখত হঠাৎ তেখেতৰ বিয়োগ বাতৰি শুনি মৰ্মাহত হৈ পৰিলো। স্কুলত হেপাহ পুলুৱাই কান্দি লৈ অন্ত্যেষ্টি ক্ৰিয়াত যোগ দিবলৈ বুলি খোজ ল'লো। জেপত স্কুলৰ সভাত গৃহীত হোৱা প্ৰস্তাৱটো লৈ ......

নেওগ ছাৰৰ লগত মোৰ সম্বন্ধ এক যুগৰ। ১৯৬৮ চনত মই দুই-মাহ তেখেতক যোৰহাটত লগ পাওঁ। মোৰ দৃষ্টিত ছাৰ আছিল এজন বলিষ্ঠ আশাবাদী ব্যক্তি আৰু সকলো কামৰে অনুপ্ৰেৰণাৰ উৎস। কৰ্মযোগী আৰু নিষ্ঠাবান দেশসেৱক। ডিব্ৰুগড় সাহিত্য সভা আৰু ডিব্ৰুগড়ৰ প্ৰস্তাৱিত বেজবৰুৱা ভৱনৰ এগৰাকী পৰম হিতাকাঙ্ক্ষী ব্যক্তি নেওগ ছাৰৰ বিয়োগত অসমীয়া সাহিত্য জগতৰ সংগঠনৰ ক্ষেত্ৰত যি ক্ষতি হ'ল সেই ক্ষতি পূৰণ হ'বলৈ হলে আমি বহুযুগ অপেক্ষা কৰিব লাগিব। ব্যক্তিগতভাৱে ইনটেৰেকচুৱেল ক্ষেত্ৰত মই পিতৃহাৰা হলো।

সেয়েহে পৰম শ্ৰদ্ধাভাজন ছাৰৰ অকাল বিয়োগত "অশ্ৰু অঞ্জলী" যাচিছোঁ। পৰম নিয়ন্তা তেখেতৰ পৰিয়ালবৰ্গৰ সহায় হওক। মানুহ মৰিলে মৰে; কিন্তু নেওগ ছাৰক মৰণে অমৰ কৰিলে। থোৰতে ক'বলৈ গ'লে পুথি সংকলন, জীৱনী লিখক আৰু প্ৰবন্ধ লিখক ৰূপে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত তেখেতে এখন স্বকীয়া আসন দাবী কৰিব পাৰে।

হেৰম্ব বৰদলৈ
২৩-২ ৭৩

যোৰহাট সাহিত্য সভাৰ প্ৰস্তাৱ

যোৰহাট সাহিত্য সভাৰ ২৪-৬-৭৩ তাৰিখে বাগ্মীবৰ শ্ৰীনীলমণি ফুকনৰ সভাপতিত্বত বহা বাৰ্ষিক অধিৱেশনৰ মূল সভাত গৃহীত প্ৰস্তাৱ :

১ম প্ৰস্তাৱ : যোৰহাট সাহিত্য সভাৰ ২৪-৬ ৭৩ তাৰিখৰ বাৰ্ষিক অধিৱেশনৰ মুকলি সভাই অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন সমিতিৰ সচিব শ্ৰীহৰি-

প্ৰসাদ নেওগদেৱৰ আকস্মিক অকাল মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে, বিদেহ আত্মাৰ সদগতিৰ অৰ্থে ভগৱানৰ চৰণত প্ৰাৰ্থনা জনায় আৰু শোক সন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰে।

২য় প্ৰস্তাৱ: অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ পৰিয়ালৰ ভৰণপোষণৰ বাবে অসম সাহিত্য সভাই অসম চৰকাৰৰ ওচৰত মাহিলী পেন্সনৰ বাবে যি প্ৰস্তাৱ আগবঢ়াইছে তাক অনতিবিলম্বে কাৰ্যকৰী কৰিবলৈ আজি যোৰহাট সাহিত্য সভাই অসম চৰকাৰক টানি অনুৰোধ কৰে।

সভাপতিৰ আসনৰ পৰা প্ৰস্তাৱিত আৰু
সৰ্বসন্মতিক্ৰমে গৃহীত
স্বাঃ শ্ৰীনীলমণি ফুকন
সভাপতি
২৪।৬।৭৩

উক্ত প্ৰস্তাৱৰ প্ৰতিলিপি শ্ৰীযুতা নিৰুপমা নেওগলৈ পথোৱা হ'ল। এই প্ৰস্তাৱ আজি ২৮।৬।৭৩ তাৰিখে (১) অসমৰ মুখ্যমন্ত্ৰী আৰু (২) অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকলৈ পঠোৱা হৈছে।

শ্ৰীদুৰ্গা শইকীয়া
প্ৰধান সম্পাদক,
যোৰহাট সাহিত্য সভা।
২৮-৬-৭৩

দশ্বং টেকীয়াফুলিৰ শ্ৰীৰমেশ চন্দ্ৰ বৰা, এম-এৰ চিঠি

পূজনীয় নিক নবৌ,

আজি ১ মাৰ্চ। সৰু ককাইদেউৰ আদ্য-শ্ৰাদ্ধৰ দিন। মৃত্যু এদিন জীৱনলৈ আহিবই। কিন্তু ইমান অভাৱনীয়ৰূপে যে আহিব ভাবিব

পৰা নাছিলো। সক ককাইদেউৰ যে মৃত্যু হৈছে মন্থে এই কথা মানিবই নোখোজো। মনে ভাবিবই নোৱাৰা কথা বাস্তৱত হয়। আপোনাৰ ব্যক্তিগত দুৰ্ভাগ্যৰ প্ৰতি সমবেদনা জনোৱাৰ ভাষা আমাৰ নাই আমাৰ কাৰণে অতিশয় পৰিতাপৰ বিষয় এই যে যি সময়ত ভেখেতৰ দৰে সু-সংগঠক আৰু নিষ্ঠাবান কৰ্মী এগৰাকীৰ আমাৰ বিশেষ প্ৰয়োজন আছিল সেই সময়তে তেখেত আমাৰ মাজৰপৰা আঁতৰি গ'ল।

আজি ১ মাচ তাৰিখে সন্ধ্যা আমাৰ শাখা সাহিত্য সভাৰ তৰফপৰ পৰা স্থানীয় ৰাইজহুৰা পুথিভঁৰালত এখন প্ৰাৰ্থনা সভাৰ আয়োজন কৰিছো। অসমৰ চুকে-কোণেও আজি এই দিনটো উদযাপিত হব। আপোনাৰ ব্যক্তিগত দুখ-কষ্ট আমি সমূহীয়াভাৱে লৈছো। এই কথাই নিশ্চয় আপোনাক অকণমান শান্তনা দিব পাৰিব। ছোৱালী দুটি আৰু পোনাকণৰ বাবেই আপুনি চকুলো মচিব লাগিব। ককাই-দেউৰ উদাৰ ব্যক্তিত্ব, উদ্যম, নিষ্ঠা, একাগ্ৰতা, সৰবৰহী গুণেৰে তেওঁবিলাকক গঢ়িব লাগিব। অন্তৰ শিলেৰে বান্ধি আপুনি ককাই-দেউৰ আদৰ্শ ৰাখিব লাগিব। আদ্য-শ্ৰাদ্ধৰ চিঠিখন কালি পালো। এবাৰ যোৱাটো কৰ্তব্য আছিল যদিও আনৈ আহুকালৰ বাবে যাব নোৱাৰি নিজেই বেজাৰ পাইছো। সক ককাইদেউৰ স্বৰ্গগত আত্মাই ধন্য কৰিবলৈ শক্তি দিয়ক। আমাৰ আন্তৰিক সমবেদনাৰ কথা উল্লেখ কৰি সামৰিলো। নৰা ছোৱালী কেইটিলৈ মৰম যাচিলো। শ্ৰদ্ধাৰে। ইতি—

আপোনাৰ

ৰমেশ চন্দ্ৰ বৰা।

* * * * *

যোৰহাটৰ শ্ৰীপ্ৰবীণ গোস্বামীৰ চিঠি:

যোৰহাট ১

২২-২-৭৩

কল্যাণীয়া,

যোৰহাটৰ বাহিৰতে মৰ্মন্তুদ বাতৰিটো পাই অন্ধকাৰময় দেখিলো। কিমান যে আঘাত পাইছোঁহক তাক বুজাবলৈ টান। তেখেতৰ অতি ঘনিষ্ঠ সহযোগী হিচাবে বেজবৰুৱা শতবাৰ্ষিকী আদিত কাম কৰিছিলো। সাহিত্য সভাই তেনে এজন উদ্যোগী আৰু সাৰ্থক সম্পাদক পাবলৈ টান আছে। আপোনাৰে কেৱল নহয় অসমীয়া ৰাইজে ডাঙৰ প্ৰতিশ্ৰুতি থকা এজন নেতা হেৰুৱালে। এই ক্ৰূৰ আঘাত ৰাইজে বহুত দিনলৈ পাহৰিব নোৱাৰে। সেই অমৰ আত্মাৰ পূত সৌৰৰীণয়ে আপোনাৰো বিষাদ পাতলাব বুলি মোৰ বিশ্বাস। ছোৱালী দুটি আৰু ল'ৰাটিৰ মুখলৈ চাই যেন শান্তনা লাভৰ চেষ্টা কৰে। তেওঁলোকৰ তত্বাৱধান লবলৈ ৰাইজে আপোনাক সহায় আগবঢ়াবই। শেষত পুনৰবাৰ আপোনাৰ শোকত সমবেদনা জনালো। ইতি

প্ৰবীণ গোস্বামী।

নগাওঁ সাহিত্য সভাৰ শোক প্ৰস্তাৱ

অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীহৰিপ্ৰসাদ নেওগৰ অকাল বিয়োগত আজিৰ সভাই গভীৰ শোক প্ৰকাশ কৰে আৰু শোক সন্তপ্ত পৰিয়ালৈলৈ সমবেদনা জনায়। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে তেখেতে অনুষ্ঠানটিক যি এটি সুঠাম 'গঢ় দিলে আৰু বেজবৰুৱা জন্ম শতবাৰ্ষিকী উৎসৱৰ সম্পাদক হিচাপে বেজবৰুৱা তথা অসমীয়া ভাষা সাহিত্যক যি এক সৰ্ব্বভাৰতীয় ভিত্তিত

স্থাপন কৰিলে তাৰ বাবে তেখেতক অসমীয়া জাতিয়ে কেতিয়াও পাহৰিব নোৱাৰে। শ্ৰীনেওগৰ বিয়োগত অসমে এজন অক্লান্ত কৰ্মী আৰু প্ৰকৃত সাহিত্যসেৱী হেৰুৱালে, ডিব্ৰুগড় বিশ্ববিদ্যালয়ে এজন সুনিপুন বিষয়া হেৰুৱালে আৰু সেইবাবেই তেখেতৰ অকাল মৃত্যু অসময় কাৰণে এক অপূৰণীয় ক্ষতি হৈ ৰ'ল। তেখেতৰ আত্মাই স্বৰ্গ ধামত চিৰ শান্তি লাভ কৰক। স্বাঃ শ্ৰীশশীকান্ত শৰ্মা

সম্পাদক সভাপতি

শ্ৰীযোগেন্দ্ৰ নাৰায়ন ভূঞা ২১-২-৭৩

কছাৰীহাট,

গোলাঘাট।

২৩-২-৭৩

মৰমৰ বাইদেউ,

পত্ৰে নমস্কাৰ লব। ভাগিন কিটাক মৰম দিব। আমাৰ এক প্ৰকাৰ ভাল। আশাকৰো আপোনালোকৰো ভাল। বিঃ ভিনিদেউৰ কথাটো শুনি বৰ দুখ পালো। 'ৰেডিঅ'ত খবৰটো প'য়েই আমি সকলোৱে আচৰিত হৈ পৰিলো। সেইদিনা যে সন্দেহেই থাকিল পিচদিনা আপোনালোকৰ ঘৰত কথাটো সুধিলেহে বিতং কৰি জানিব পাৰিলো। মুনী, মুৰ মাহঁতে কান্দি পেলালে। বাৰু যি কি নহওক এতিয়া আৰু আপুনি চিন্তা ভাৱনা ক'ৰ নাথাকিব। মৰণ জীৱনতো সংসাৰৰ নীতিয়েই। আমাৰো চাৰি-পাঁচ বছৰ বয়সতে দেউতা ঢুকাইছিল। আৰু বেছি লেখি আপোনাক কষ্ট নিদিওঁ। শেষত মৰম থাকিল।

ইতি—

ৰছিদ

(S.A. Rasid)

অধ্যাপক হেম বৰা
জালান ৰ'ড, গোলাঘাট।
২৫-২-৭৩

শ্ৰদ্ধেয়া বাইদেউ,

আন্তৰিক শ্ৰদ্ধা গ্ৰহণ কৰিব। আপোনাৰ এই কৰুণতম দুখত সমবেদনা জনাবলৈ ভাষা নাই। স্বৰ্গীয় নেওগ চাৰৰ (যদিও মোৰ নিজা গুৰু যথাৰ্থভাৱে নাছিল) মই এজন স্নেহৰ যুৱক আছিলো আৰু ময়ো সেইদৰে তেখেতৰ গুণমুগ্ধ হৈ পৰিছিলো। জীৱনৰ প্ৰথম খণ্ডত অসম সাহিত্য সভাৰ-গুৰি ধৰি সংগঠনৰ শক্তিশালী ভূমিকাৰে ভৱিষ্যতলৈ উদাহৰণ ৰাখি গ'ল। সিয়েই মৌলিক সাহিত্য চৰ্চাৰ প্ৰতি তেখেতে মন মেলোতেই কালৰ অহ্বান আহিল। তথাপি মই ক'ব পাৰো তেখেতে পদ্মনাথ গোহাঞি বৰুৱা সম্পৰ্কে ৰচনা কৰা গ্ৰন্থখনে তেখেতৰ প্ৰতিভাক অম্লান কৰি ৰাখিব। সদৌ শেষত এই পত্ৰৰ যোগেদি তেখেতৰ পুণ্যাত্মাৰ প্ৰতি আদ্যশ্ৰাদ্ধ উপলক্ষে মোৰ শ্ৰদ্ধা নিবেদন কৰিলো।

ইতি—
ভৱদীয়
হেম বৰা

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য শ্ৰীজীতেন্দ্ৰনাথ দাসৰ শোকবাণী :

DEEPLY SHOCKED TO LEARN THE SUDDEN DEATH OF YOUR ILLUSTRIOUS HUSBAND (.) WE GREATLY MOURN HIS LOSS (.) OFFER HEARTFULL CONDOLENCE EOM.

● ● ● ●

# Condolence of the Dibrugarh University Officers' Association.

This meeting of the Officers' Association, Dibrugarh University records its deep sense of sorrow on the sudden and premature death of Sri Hari Prasad Neog, Secretary, Text Book Production & Co-ordination Committee Sri Neog was associated with the Officers' Association right from its inception and over the years he contributed to the strengthening of this Association.

Besides his Onerous work as Secretary, Text-Book Production & Co ordination Committee, Sri Neog was a Prolific writer in Assamese and his Contribution as a writer would remain a land mark in the history of Assamese literature and Culture.

This meeting of Officers' Association prays for the eternal peace of the departed soul and conveys its sincere condolences to the members of his bereaved family.

Sd/- D. H. Goswami
21.2 73
President.

● ● ●

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি আৰু সমন্বয় সমিতিৰ ৮-৫-৭৩ তাৰিখৰ অধিৱেশনত গৃহীত প্ৰস্তাৱৰ প্ৰতিলিপি :

২ নং বিষয়: শোক প্ৰস্তাৱ

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি আৰু সমন্বয় সমিতিৰ আজিৰ অধিৱেশনে, এই সমিতিৰ প্ৰাক্তন সচিব হৰিপ্ৰসাদ নেওগৰ

আকস্মিক আৰু অকাল বিয়োগত গভীৰ শোক প্ৰকাশ কৰে। সমিতিয়ে অনুভৱ কৰে যে নেওগৰ মৃত্যু অসমৰ বাবেই আৰু বিশেষকৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বাবে এটা অপূৰণীয় ক্ষতি। নানা অসুবিধা থকা স্বত্বেও তেওঁৰ অক্লান্ত পৰিশ্ৰম আৰু কৰ্তব্য নিষ্ঠাই প্ৰাকস্নাতক শ্ৰেণীৰ প্ৰায় সকলোবোৰ কিতাপ সময়মতে প্ৰকাশ কৰাটো সম্ভৱপৰ কৰি তুলিলে। এই বিষয়ত তেওঁৰ অৱদান সদায় স্মৰণীয় হৈ ৰ'ব। সমিতিয়ে বিদেহ আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰে আৰু চিৰ-শান্তি কামনা কৰে ।

১০ নং বিষয়: ক) প্ৰাক্তন সচিব হৰিপ্ৰসাদ নেওগৰ 'ভৱিষ্যনিধি' সম্পৰ্কে আলোচনা কৰে। সচিবে জনায় যে স্বৰ্গীয় নেওগৰ ভৱিষ্য-নিধি মঞ্জুৰ কৰা হৈ আছিল আৰু তেওঁৰ দৰমহাৰপৰা কৰ্তন কৰা হৈ আছিল। কিন্তু ভৱিষ্যনিধিৰ বেলেগ হিচাপ নোখোলাৰ বাবে কৰ্তন কৰা ধন সমিতিৰ সাধাৰণ পুঁজিতে সোমাই আছে। তদুপৰি সমিতিয়ে ভৱিষ্যনিধিলৈ দিবলগীয়া বৰঙনিও সাধাৰণ পুঁজিতে আছে।

সমিতিয়ে সিদ্ধান্ত কৰে যে সমিতিৰ পুঁজিৰপৰা স্বৰ্গীয় নেওগৰ পাবলগীয়া সমুদায় ভবিষ্যনিধিৰ ধন দিবলৈ অনুমোদন জনোৱা হওক।

(খ) সমিতিৰ প্ৰাক্তন সচিব স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ বিধবা পত্নী শ্ৰীনিৰুপমা নেওগে স্বৰ্গীয় নেওগৰ নামত বিশ্ববিদ্যালয়ৰ তৰফৰপৰা এটি 'গ্ৰেটুইটি' দিবলৈ জনোৱা আবেদন পত্ৰ সমিতিয়ে বিবেচনা কৰে। তদুপৰি স্বৰ্গীয় নেওগৰ চিকিৎসাত হোৱা খৰচৰ বিল সম্পৰ্কেও আলোচনা হয়। চিকিৎসা বিল মঞ্জুৰ কৰাত নীতিগত অসুবিধা থকা বাবে সমিতিয়ে স্বৰ্গীয় নেওগৰ নামত তেওঁৰ পৰিয়ালক সৰ্বাধিক ৫,০০০ (পাঁচ হেজাৰ) টকাৰ অনুগ্ৰহসূচক মঞ্জুৰী দিবলৈ সিদ্ধান্ত

কৰে। এই ধন সমিতিৰ কাৰ্যালয় শিতানৰ সুবিধাজনক অংশবপৰা দিবলৈ সমিতিয়ে অনুমোদন জনায়।

নগেন শইকীয়া
ভাৰপ্ৰাপ্ত সচিব।

গৃহীত
স্বা: শ্ৰীজীতেন্দ্ৰনাথ দাস
উপাচাৰ্য
সভাপতি, পাঠ্য পুথি প্ৰস্তুতি সমন্বয় সমিতি
ডিব্ৰুগড় বিশ্ববিদ্যালয়।

Copy of letter No EAC/I-21/72-73/3674 dated Jorhat the 27th February, 1973 from Shri M. P. Kejriwal, Hony. Secretary, Eastern Assam Chambe of Commerce Dibrugarh addressed to Shri Powal Chandra Neog, Dibrugarh.

* * *

Dear Sir,

Our Chamber sends its deepest Condolence to you and other members of the bereaved family at the passing away of your late lamented son, Shri Hariprasad Neog. A Copy of the Condolence Resolution adopted by our Chamber is enclosed herewith for favour of your kind persual. The Chamber sincerely believes that yourself and other members of the bereaved family will be consoled in the ordeal by the grace of God and the knowledge that the people of Assam in general and Dibrugarh in particular shares with you the sufferings.

With best wishes and thanks.

—0—

**Copy of the Condolence Resolution on the demise of Shri Hariprasad Neog**

• • •

The Eastern Assam Chamber of Commerce, Dibrugarh, paying its respectful homage mourning the death of Shri Hariprasad Neog adopted the following Resolution :—

" The death of Shri Hariprasad Neog at his Chowkidinghi residence on the night of the 19th Febuary, 1973 after a protected illness has removed a literary, cultural and public figure from the midst of the people of the ALMIGHTY for granting eternal peace to the departed Soul.

Late Neog, a formar General Secretary of the Assam Sahitya Sabha, was the Secretary of the Co-ordination Committee for production of Text Book of the Dibrugarh University. He was active till the premature death at the age 44 only and under his able stewardship a large number of Text Books on differents subjects in Assamese were prepared and published by the Dibrugarh University.

Our Chamber sends its deepest condolence to the members of the bereaved family and Conveys its heartful sympathy at this irreparable loss. The members of our Chamber sincerely believes that father of the deceased, Shri Powal Chandra Neog and the members of the family, will be consoled in the ordeal by the grace of GOD and the knowledge that the people at large shares with them their sufferings." Let copies of the above Resolution be forwarded to Shri Powal Chandra Neog, father of the deceased, the Vice-Chancellor of Dibrugarh University

---

**Copy of the letter dated Jorhat the 21st February 1973 from the General Secretary, R R.L. Staff Club, Regional Research Laboratory, Jorhat addressed to Mrs Nirupama Neog, Dibrugarh.**

• • •

" I have the honour to enclose herewith a Condolence Resolution adopted by the members of the R.R.L. Staff Club at an emergent meeting held on the 20th Feb '73 at the Club Building to condole the death of Shri Hari-prasad Neog. After the meeting, the members observed two minutes silence praying for eternal peace of the departed soul and expressed deep sympathy for the bereaved family.
With best regards etc. "

* * *

# Message of Condolence

" The members of the Regional Research Laboratory Staff Club, are shocked to hear the sad news of the sudden and untimely demise of Sri Hariprasad Neog, the well known writer and a devoted literary organiser of Assam. As the General Secretary of the Assam Sahitya Sabha, he could prove himself worthy of his office by his remarkable contribution to the organisation. He was actively associated with the publication of quite a good number of literary works of some eminent Assamese Writers. It was his sincere and devoted effort that was particularly responsible for the grand success of the Bezbarooah Century Celebration programmes in and outside the State of Assam a few years back. His premature death will create a great void in the literary life of Assam. The members of our club convey their heartfelt sympathy for the members of his bereaved family and pray for eternal peace of the departed soul. "

—✻—

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে ২১-২-৭৩ তাৰিখে শ্ৰীমতী নিৰুপমা নেওগলৈ লিখিছিল :

নিবেদন,

শ্ৰীহৰিপ্ৰসাদ নেওগৰ মৃত্যুৰ বাতৰি পাই অতিশয় বেজাৰ পালো। ময়েই এদিন তেওঁক অসম সাহিত্য সভাৰ ভিতৰলৈ টানি আনছিলো। তাৰ পিচত সহকাৰী সম্পাদকৰূপে, প্ৰধান সম্পাদকৰূপে, দায়িত্বত থাকি অসম সাহিত্য সভাক নিঃস্বাৰ্থভাৱে সেৱা কৰিছিল। তেওঁৰ দৰে এজন আশাগুধীয়া আৰু অক্লান্তকৰ্মী পোৱা বৰ টান। তোমালোকৰ ব্যক্তিগত সন্তাপ হলেও এইটো জাতীয় সন্তাপ বুলি ধৰিছোঁ। বিপদৰ কালত মই সভাৰ হৈ আন্তৰিক সমবেদনা জ্ঞাপন কৰিলো ।

অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰ প্ৰস্তাৱ ঃ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, ৪।৩।৭৩ তাং

শোকপ্ৰস্তাৱ ২ (ক) অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক, সাহিত্য সভাৰ সুদক্ষ সংগঠক, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন আৰু সমন্বয়ৰক্ষী সমিতিৰ সচিব, অসমীয়া ভাষা - সাহিত্যৰ একনিষ্ঠ সেৱক শ্ৰীহৰিপ্ৰসাদ নেওগৰ অকাল বিয়োগত অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰ অধিৱেশনে গভীৰ শোক প্ৰকাশ কৰি স্বৰ্গীয় নেওগৰ আত্মাৰ চিৰশান্তি কামনা কৰে আৰু শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰে।

স্বা ঃ শ্ৰীগিৰিধৰ শৰ্ম্মা
সভাপতি ।
৪।৩।৭৩
অসম সাহিত্য সভা।

অসম প্ৰজা ছচিয়েলিষ্ট দলৰ সাধাৰণ সম্পাদক শ্ৰীবিশ্ব গোস্বামীয়ে এসময়ত প্ৰজা ছচিয়েলিষ্ট দলৰ সক্ৰিয় সদস্য শ্ৰীহৰিপ্ৰসাদ নেওগৰ বিয়োগত প্ৰজা ছচিয়েলিষ্ট দলৰ যোৰহাট শাখাৰ সম্পাদক শ্ৰীদেবানন্দ বৰাৰ্লৈ প্ৰেৰণ কৰা তাঁৰবাৰ্ত্তা :

**DEEPLY SHOCKED AT PREMATURE DEATH OF OUR VALUED FRIEND HARIPRASAD NEOG. PLEASE CONVEY OUR HEARTFELT CONDOLENCE TO MEMBERS OF BEREAVED FAMILY.**

তাঁৰবাৰ্ত্তা, প্ৰস্তাৱ আৰু চিঠিৰে শোক প্ৰকাশ :

শোক প্ৰকাশ কৰা সকলৰ ভিতৰত আছিল শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা গুৱাহাটী, শ্ৰীফণী তালুকদাৰ, গুৱাহাটী শ্ৰীপাচুগোপাল বৰুৱা, গুৱাহাটী, শ্ৰীশশী শৰ্মা, নলবাৰী, নীলমণি ফুকন, যোৰহাট, শ্ৰীগোলোক ৰাজবংশী, শিলং, শ্ৰীপ্ৰফুল্ল বৰুৱা শিৱসাগৰ, শ্ৰীইন্দেশ্বৰ গোস্বামী, উত্তৰ লক্ষীমপুৰ, অধ্যক্ষ মৰিয়নি মহাবিদ্যালয়, মৰিয়নী, শ্ৰীভোলা হাজৰিকা, উত্তৰ লক্ষীমপুৰ, শ্ৰীআৰ, এন, দত্ত বৰুৱা, শ্ৰীগুৰু প্ৰেছ, মালিগাওঁ, শ্ৰীচিদা শইকীয়া, শ্ৰীঅন্নদা শইকীয়া বোকাখাট, শ্ৰীবিজয় কৃষ্ণ সন্দিকৈ, যোৰহাট, শ্ৰীবোধেশ্বৰ বৰা, উত্তৰ লক্ষীমপুৰ, শ্ৰীমহেশ গোস্বামী, গুৱাহাটী শ্ৰীমুনীন দত্তবৰুৱা, আৰু শ্ৰীভবেন দত্তবৰুৱা মালিগাওঁ, শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা, গুৱাহাটী, শ্ৰীকালু পাল, নৱজীৱন প্ৰেছ, কলিকতা, শ্ৰীহালিম পাঠক, দেৰগাওঁ, শ্ৰীগুৰুপদ চৌধুৰী, কলিকতা, শ্ৰীযোগেশ দাস আৰু শ্ৰীনন্দ তালুকদাৰ, গুৱাহাটী, শ্ৰীকৈলাস শৰ্মা, কলিকতা, ড° মোহিনী শইকীয়া, গোলাঘাট, শ্ৰীমাধৱ চন্দ্ৰ ভূঞা, যোৰহাট, শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা, যোৰহাট গোলাঘাট সাহিত্য সভা, শ্ৰীবিষ্ণু কিংকৰ কলিতা, গুৱাহাটী, ড° মহেশ্বৰ নেওগ, গুৱাহাটী, শ্ৰীপবিত্ৰ তালুকদাৰ, লাৱণ্য প্ৰেছ, গুৱাহাটী, ড° ভবেন শইকীয়া, গুৱাহাটি দেৱপ্ৰসাদ বৰুৱা আৰু শ্ৰীনিৰুপমা বৰুৱা, যোৰহাট, কল্যাণী

শাখা সাহিত্য সভা, হাতীগড় সাহিত্য সভা, সৰুপথাৰ হাইস্কুল, ধেমাজি সাহিত্য সভা, শ্রীহেম শইকীয়া, যোৰহাট, শ্রীশশীপ্রভা দত্ত যোৰহাট, শ্রীমহেন্দ্র নাথ ভট্টাচার্য, তেজপুৰ, শিৱসাগৰ কলেজ, ৰংপুৰ সাহিত্য সভা, শ্রীমৃদুলা শইকীয়া, ডিমৌ, শ্রীদেবেশ্বৰ ৰাজখোৱা, গোলাঘাট, শান্তি সাহিত্য মন্দিৰ বৰপথাৰ মজলীয়া স্কুল, বৰপেটা সাহিত্য সভা, মনোহিনী দেৱী কানৈ কলেজ, শ্রীপুলিন বৰা, পাটনা ধলপুৰ হাইস্কুল, শ্রীধন বৰুৱা, গুৱাহাটী, মাজুলি কলেজ, হাতীগড় মৌজা সাহিত্য সভা, কবিৰাজ হৰিশ্চন্দ্র ভট্টাচার্য, চিলচৰ, শ্রীকমলা বৰা, ঢকিয়াজুলি, শ্রীলক্ষেশ্বৰ শৰ্মা, শিলং, শ্রীঅৰুণ বৰা, বৰপেটা, ৰাজগড় হাইস্কুল, শ্রীনীলকমল ৰাজখোৱা, বোকাখাট, শ্রীকমল চুতীয়া, চাৰিং, কেন্দুগুৰি সাংস্কৃতিক সমাজ, তিনিচুকীয়া আইন কলেজ, উত্তৰ লক্ষীমপুৰ কলেজ, শ্রীঅৰুণ চন্দ্র গুহ, অসম বুক ডিপোট, কলিকতা, গোলাঘাট ছাত্ৰী কলেজ, কমাৰবন্ধা হাইস্কুল, বালিগাঁও গীতাথা ভকেশ্যনেল বিদ্যালয়, কাকজান সাহিত্য সভা, ৰুণ নেওগ, যোৰহাট, সদৌ অসম আমোলা সন্থা, ডিব্রুগড় শাখা, গোৰীসাগৰ হাইস্কুল, মাকুম সাহিত্য সভা, নামতি উচ্চ বালিকা বিদ্যালয়, জয়সাগৰ নিম্ন বুনিয়াদী প্রশিক্ষণ কেন্দ্র, লাহিং উচ্চ মাধ্যমিক বিদ্যালয়, বাহনা উচ্চ ইংৰাজী বালক বিদ্যালয়, শইল হাওয়া উচ্চতৰ মাধ্যমিক বিদ্যালয় ডুলীয়াজান, গড়গাঁও সাহিত্য সভা আৰু স্থানীয় অন্যান্য অনুষ্ঠান, সৰোজনী দেৱী উচ্চ বালিকা বিদ্যালয়, বাহনা কেন্দ্র প্রাথমিক শিক্ষক সভা, গোলোকগঞ্জ শিক্ষক বুনিয়াদী প্রশিক্ষণ কেন্দ্র, শ্রীকৃষ্ণানন্দ শৰ্মা বৰুৱা, কামপুৰ, দেওপনীঘাট সাহিত্য সভা, অধিবিদ্য পৰিষদ, যোৰহাট, শ্রীলক্ষেশ্বৰ বৰুৱা, কেন্দুগুৰি, কল্যাণী হাইস্কুল, নাহৰগুৰিঘাট সাহিত্য সভা, শিৱসাগৰ ছোৱালী কলেজ, শ্রীঈশ্বৰ-প্রসাদ তামুলী, ঢেকীয়াল, ধেমাজি সাহিত্য সভা, সোণাৰী বুনিয়াদী প্রশিক্ষণ কেন্দ্র, চন্দ্রকমল বেজবৰুৱা বানিজ্য মহাবিদ্যালয়, অসম

স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয়, যোৰহাট, নগাঁও ছোৱালী কলেজ, জাতীয় পুথিভঁৰাল, গোঁহাইটেকেলা, মাজুলী গড়মূৰ সাহিত্য সভা, ডি·ডি-আৰ কলেজ, চাবুৱা, ডিব্ৰুগড় জিলা পুথিভঁৰালৰ কৰ্মীবৃন্দ, উত্তৰ লক্ষীমপুৰ সাহিত্য সভা, বাওনাপাৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, আনন্দৰাম ঢেকিয়াল ফুকন কলেজ, শ্ৰীহেনা বৰুৱা, যোৰহাট, শ্ৰীচন্দ্ৰপ্ৰভা বৰুৱা, শিৱসাগৰ, খোৱাং সাহিত্য সভা, শ্ৰীপূণ্য বৰা, যোৰহাট, ভগৱতী প্ৰসাদ বৰুৱা গৌৰৱণি উচ্চ মাধ্যমিক বিদ্যালয়, সোণাৰী, এলেম প্ৰেছ, কলিকতা, সোণাৰী মহাবিদ্যালয়, চলা উচ্চ ইংৰাজী বিদ্যালয়, দিহিঙ্গীয়াপাৰ বাগিচা চাহ কৰ্মচাৰী সংঘ, মৰিয়নী টাউন আদৰ্শ বুনিয়াদী বিদ্যালয়, খোৱাং পিথুবৰ ছোৱালী উচ্চ মাধ্যমিক স্কুল, নাহৰকটীয়া সাহিত্য সভা, শ্ৰীবস্তি শইকীয়া, যোৰহাট ডিব্ৰুগড় জিলা গৃহৰক্ষী অধীনায়কৰ কাৰ্যালয়ৰ কৰ্মীবৃন্দ, কানৈ কলেজ, ডিব্ৰুগড় সাহিত্য সভা, শ্ৰীৰাম গোস্বামী, বৰহাপজান, দেৱৰাজ ৰয় কলেজ, খোৱাং বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, শ্ৰীকমলেশ্বৰ শইকীয়া, গোলাঘাট, গ্ৰেহেমবজাৰ উচ্চ ইংৰাজী ছোৱালী স্কুল, শ্ৰীস্বৰ্ণময়ী বৰপূজাৰী, বৰভেটা, বিশ্ববিদ্যালয় আইন কলেজ, ডিব্ৰুগড় জিলা চুতীয়া সন্মিলন, ডিব্ৰুগড় নৈশ মহাবিদ্যালয়, বেঙ্গলী হাইস্কুল, ডিব্ৰুগড়, সদৌ অসম কোষাগাৰ সন্থা, ডিব্ৰুগড় শাখা, চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়, ডিব্ৰুগড়, বৰপথাৰ মাইনৰ স্কুল, ডিব্ৰুগড়, নন্দেশ্বৰ চক্ৰৱৰ্তী উচ্চ মাধ্যমিক বিদ্যালয়, ডিব্ৰুগড় উকীল সন্থা, দনবস্ক' হাইস্কুল, ডিব্ৰুগড়, ডিব্ৰুগড় জিলাৰ উপায়ুক্তৰ কাৰ্যালয়, অসম চিকিৎসা মহাবিদ্যালয়, অসম কলেজ শিক্ষক সন্থা, ডিব্ৰুগড়, জৰ্জ ইনচটিটিউট, ডিব্ৰুগড় আৰু অন্যান্য অসংখ্য অনুষ্ঠান আৰু ব্যক্তি।

শ্ৰীভব গোস্বামীয়ে ১৯৭৩ চনৰ ২৮ জানুৱাৰীত নেওগৰ আদ্যশ্ৰাদ্ধ উপলক্ষে 'জনমভূমি'ত লিখা আবেগপূৰ্ণ প্ৰবন্ধৰ একাংশ তুলি দিয়া হ'ল :

## সমবেদনা জনাবলৈ গৈ কি দেখিলোঁ।

উনৈশ শ তেসত্তৰ চন। বিশ ফেব্ৰুৱাৰীৰ পুৱা দহ বজা। অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ত সাহিত্য সভাৰ পতাকাখন অৰ্ধনমিত কৰাৰ পিছতে আমি আগ বাঢ়িলোঁ। বকুল বনৰ কবি পদ্মশ্ৰী আনন্দ চন্দ্ৰ বৰুৱা, যোৰহাট সাহিত্য সভাৰ সভাপতি শ্ৰী দেৱপ্ৰসাদ বৰুৱা, প্ৰধান সম্পাদক প্ৰমুখ্যে আমাৰ চৌধজনীয়া দলটিৰ একমাত্ৰ লক্ষ্য হ'ল ডিব্ৰুগড় চহৰ। সকলোৰে মনত মৰমৰ মানুহজনৰ মুখখন শেষবাৰৰ বাবে হেঁপাহ পলুৱাই এবাৰ চাই লোৱাৰ দুৰাৰ আশা! খন্তেক সময়ো পলম কৰাৰ কাৰো ইচ্ছা নাই; আনকি গাড়ীত তেল ভৰাবৰ বাবে বাটত ৰোৱা সামান্য সময়কণো যেন নষ্ট কৰিব নোৱাৰি। কথা পতাৰ যেন কাৰো ইচ্ছা নাই। বিষাদৰ ছাঁৰে আৱৰা সকলোৰে মনত গভীৰ উৎকণ্ঠা।

দুই বাজি পঞ্চল্লিছ মিনিট যোৱাত যোৰহাটৰপৰা যোৱা আমাৰ গাড়ী গৈ ডিব্ৰুগড় পালেগৈ। আমাক দেখি শ্ৰীনগেন শইকীয়াই আগবঢ়াই লৈ গ'ল সেই কায়ামূৰ্তি ধাৰণ কৰি দপ্ দপ্ কৰি জ্বলি থকা শ্মশানথলীৰ বঙা জুইকুৰাৰ ফালে। আমাৰ দলটিৰ মনৰ আশা আৰু পূৰ্ণ নহ'ল।

আমাৰ লগত যোৱা বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাই তেখেতৰ অতি মৰমৰ মানুহজনক দিবলৈ মৰমৰ শেষ উপহাৰস্বৰূপে দিবলৈ বুলি যোৰহাটৰপৰা অতি হেঁপাহেৰে নিজ হাতে চিঙি লৈ যোৱা ফুলৰ থোপাটো আৰু সেই সুঠাম দেহাটোত দিবলৈ

নাপাৰে। কৰিব প্ৰাণে ব্যাকুল হৈ ফুলৰ থোপাটোকে বুকুত সোঁৱৰে সাৱটি ধৰি হুকুহুকাই কান্দি মাটিত ঢলি পৰিল। শান্ত এক গভীৰ পৰিবেশ। মাথো উচুপনি আৰু উচুপনি। শোকাকুল জনতাৰ উচুপনিলৈ উপেক্ষা কৰি জুইকুৰা ক্ৰমে শেষ হৈ গ'ল।

আমাৰ দলটিৰ সকলোৰে ম্ৰিয়মান হৈ এখোজ-দোখোজ কৰি মন্থৰ গতিৰে শ্মশানথলীৰপৰা আঁতৰি আহিলো। মনত এক অবিস্মৰণীয় দৃশ্য থাকি গ'ল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শিক্ষক ছাত্ৰছাত্ৰী আৰু কৰ্মীবৃন্দ, স্থানীয় এম, এল,এ নিবাৰণ বৰা প্ৰমুখ্যে ডিব্ৰু চহৰৰ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে অগণন লোকৰ সহৃদয়তা দেখি মুগ্ধ হ'লো। স্কুল, কলেজ, বিশ্ববিদ্যালয়, আদালত. কাৰ্যালয় আদি দিনটোৰ বাবে বন্ধ ৰখাৰ উপৰিও স্বৰ্গীয় নেওগৰ পবিত্ৰ আত্মাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি আবেলি চাৰি বজাৰপৰা ছয় বজালৈকে সকলো ব্যৱসায় প্ৰতিষ্ঠান, চিনেমা হল আদি বন্ধ ৰখা হ'ল। ডিব্ৰুগড়বাসী ৰাইজৰ এনে জাতীয় চেতনা দেখি প্ৰকৃতিও মুখ মেলি থকা হ'ল।

এপ্ৰিল ৫—৩০ বজাত গান্ধী পাৰ্কত অনুষ্ঠিত শোক সভাতো অগণন শোকাকুল জনতাৰ মৌনতা দেখি সহজেই অনুমান হৈছিল এইজন পুৰুষক কিমানে আন্তৰিকভাৱে ভাল পায়।



* ডিব্ৰুগড় জিলা সাহিত্য পৰিষদ গঠন সম্পৰ্কত শ্ৰীকুমৰ শ্ৰীমহেন্দ্ৰ বৰঠাকুৰলৈ লিখা চিঠিঃ

প্ৰিয় বৰঠাকুৰ,

আপোনাৰ চিঠি পাইছোঁ। জয়ে জয়ে আপোনাৰ পৰিয়ালৰ শুভ সংবাদ পাই অতিশয় আনন্দ প্ৰকাশ কৰিছোঁ। নৱাগত অকণিলৈ অশেষ শুভাশীষ জনাইছো।

'বেগম পাৰা' পঢ়িয়েই আপোনালৈ চিঠি দিম বুলি ভাবিছিলো। সেয়া ডিব্ৰুগড় সন্মিলনৰ পিছৰ কথা। পিছে নানা কাৰণত চিঠি আৰু দিয়া নহ'ল। মহকুমা পৰিষদ প্ৰতিষ্ঠাৰ প্ৰয়াস যদি মোৰ দুদিনতেই বন্ধ হৈ যায় তেতিয়া মোৰ নিজৰেই পৰাজয় হ'ব। সেইকথা মই বুজু। কিন্তু ইয়াৰ আৱশ্যকতাক আপোনালোকে যি দৰে গুৰুত্ব দিছে সেই সকলে তাৰ বিপৰীতে ভাবিছে। এইবাৰ যত্ন কৰি চাম। মই নিজে কিছু বৰ ভাগৰি পৰিছো। অঞ্চল বিশেষে একোখন পৰিষদ সমন্বয় সূচনাৰ বাবে কেন্দ্ৰ। এইখিনি সদস্যসকলে বুজিব লাগিছিল। অনুষ্ঠানৰ কাৰ্যকৰী ফালটোৰ প্ৰতি আমাৰ কেইজনে চকু দিছে?

শদিয়াত ভাষা শিক্ষা বা সাংস্কৃতিক কেন্দ্ৰ স্থাপনৰ কথা গোহাঁই দেৱেও লিখিছে। আগৰ বাৰেই মই গোহাঁইদেৱক ভাৰ দিছিলোঁ। নিজেও লৈ আহিছিলো। চৰকাৰৰপৰা ভাষা শ্ৰেণীৰ মঞ্জুৰী এই দ্বিতীয় বছৰত নাপালো। সেয়েহে টকা পইচা দিব পৰা নাই। আমাৰ প্ৰচাৰ বিভাগৰপৰা কিমানদূৰ পৰা হয় সহায় কৰিম। পৰিষদৰ যোগে প্ৰস্তুত কৰা আঁচনি এখন পঠাব। বিষয়টো কা: নি: সমিতিত উত্থাপন কৰিব লাগিব প্ৰথমতেই শদিয়াত সাহিত্য সভাৰ শাখা এখন স্থায়ীভাৱে পাতিব পৰা হয়নে নহয় সেই বিষয়ে গুৰুত্ব দিব লাগিব। বৰ্তমান শদিয়াত এটি অনুষ্ঠান হৈও প্ৰায় মৃত্যু হ'ল। এইখিনি কথা গোহাঁইদেৱেও জানে।

বিশেষ আৰু নাই। প্ৰীতি সম্ভাষণ আপোনাৰ যোগেই সদৌজন সহযোগীলৈকে জনাইছো। আমাৰ ছাত্ৰীলৈ শুভ কামনা জনাইছোঁ। ইতি—

আপোনাৰ

হৰিপ্ৰসাদ নেওগ

প্ৰধান সম্পাদক,

অসম সাহিত্য সভা।

৬.৬.৫৬

মহাকাল [illegible]

শ্ৰীমান ৰামগোস্বামীৰ সমীপেষু, [illegible]

প্ৰিয় গোস্বামী,

তোমাৰ চিঠি পাই ৯ জুনৰ দিনা নকছাৰিলৈ যাব পাৰিম বুলিয়েই ভাবি আছিলো — পিছে সেইদিনা মাৰ্ঘেৰিটালৈ যোৱাটো নিশ্চিত হোৱাত তোমালোকৰ সভালৈ যাব নোৱাৰিম। গতিকে আপত্তীয়াকে জনালো। মই ৬ জুনৰ পৰাই কেইবাদিনো ডিব্ৰুগড়, ডুমডুমা, ডিগবই আদি ঠাইত আবদ্ধ থাকিম। গতিকে নকছাৰিৰ সভাখনত উপস্থিত থাকিব নোৱাৰিম বাবে সকলোৰে ওচৰত ক্ষমা বিচাৰিলোঁ। সেইদিনা শাখাসভা সংগঠন সম্পৰ্কে এখন প্ৰস্তুতি কমিটি গঠন কৰি কিমানজন সভ্য ভৰ্তি হোৱাৰ সম্ভাৱনা আছে, সেই মৰ্মে সভ্য ভৰ্তিৰ ফৰম বিচাৰি আমালৈ লিখিবা। মোৰ বিশ্বাস বাগান এলেকা ধৰি এশ জন সভ্যৰ কম নহ'ব। জুনৰ শেষ সপ্তাহত যদি তোমালোকে সাহিত্য আলোচনাচক্ৰ আদি পাতা—তেতিয়া এদিনমান হৈ আহিম। শেষত ৰাজ্য ভাষা অসমীয়া তথা অসমত অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ সন্দৰ্ভত ঠাই বিশেষে জনজাগৰণৰ সময় আহিছে বুলি আমি যেতিয়া হাড়ে হিমজুৰে অনুভৱ কৰিছোঁ—তেতিয়া দল-উপদল বাদ দি আমি এটা অনুষ্ঠানকেই সাৰ-জানৰ দি টনকিয়াল কৰিব লাগিব—সেয়ে হৈছে অসম সাহিত্য সভা। ৬১ চনৰ গুৰুত্বৰ ওপৰত আজি সেইকাৰণে আমাৰ গভীৰ চিন্তাৰ দৰকাৰ। উন্নাকেই কামনা। আন্তৰিক প্ৰীতিৰে

তোমাৰ
হৰিপ্ৰসাদ